# মহাশ্বেতা

ৰমা বেজবৰুৱা




জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড : পানবজাৰ
গুৱাহাটী—৭৮১০০১

*MOHACHETA*

***A Novel written by Sri Roma Bezbaruah and Published by Smt. Ila Sarmah, M/s Jyoty Prakashan, Guwahati-781001.***

*PRICE : RUPEES TWENTY-TWO ONLY*

---

॥ মহাশ্বেতা ॥

॥ শ্ৰীৰমা বেজবৰুৱা ॥



॥ প্ৰকাশক / শ্ৰীমতী ইলা শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / গুৱাহাটী ॥

॥ পুনৰ প্ৰকাশ ' মাৰ্চ / ১৯৮৭ ॥

॥ বেটুপাতৰ ছবি ॥

॥ শ্ৰীত্ৰৈলোক্য দত্ত / গুৱাহাটী ॥

॥ ছপা / শ্ৰীসুনীল নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥

॥ বন্ধা / শ্ৰীপ্ৰেম বেনাৰ্জী / কামাখ্যা বাইণ্ডিং ৱৰ্কছ / কলিকতা-৯ ॥

---

॥ মূল্য ঃ  বাইছ টকা মাথোন ॥

৺মার পবিত্র স্মৃতিতে
'মহাশ্বেতা' অর্পণ করিলাম।

## প্ৰথম প্ৰকাশৰ আগকথা

তাহানি পঢ়ি খুব ভাল লগা বিশ্ববিখ্যাত উপন্যাস 'চি' ( SHE -ৰ ছাঁ। 'মহাশ্বেতা'ৰ ওপৰত পৰিছে যদিও ইয়াৰ পটভূমি আৰু পৰিবেশ আমাৰ সম্পূৰ্ণ নিজা। সম্পূৰ্ণ ভাৰতীয় পটভূমিকাত নিজস্ব কল্পনা আৰু ভাবধাৰাৰে গোটেই কাহিনীটো সজাবলৈ চেষ্টা কৰা হৈছে। এহাতে ৰোমাঞ্চকৰ দুঃসাহসিকতাপূৰ্ণ অভিযান আৰু আনহাতে সমান্তৰালভাৱে অবিনশ্বৰ প্ৰেম—এই উভয়কে কতো উজুতি নোখোৱাকৈ, বিশেষ পৰিবেশ অক্ষুণ্ণ ৰাখি আৰু লগতে ভাষাৰ সংযম ৰক্ষা কৰি এটা অলৌকিক কাহিনীৰ শীৰ্ষ বিন্দুত উপনীত কৰোৱা আৰু তাত কৃতকাৰ্য্যতা লাভ কৰা সঁচাকৈয়ে কঠিন কাম। এনে দুৰূহ কামৰ সফলতাৰ দাবী মই কেতিয়াও কৰিব নোৱাৰো। ই মোৰ মাত্ৰ এটা নিঃকিন প্ৰচেষ্টা। 'মহাশ্বেতা' পাঠক-পাঠিকাৰ ওচৰত সামান্যভাৱে হলেও সুখ-পাঠ্য বুলি বিবেচিত হ'লে শ্ৰম সাৰ্থক হৈছে বুলি আনন্দ পাম।

মহাশ্বেতাৰ বাবে মই বহুতৰ ওচৰত ঋণী। তাৰ ভিতৰত মই বিশেষভাৱে ঋণী 'আলোক' কাকত আৰু সেই কাকতৰে অনুজপ্ৰতিম শ্ৰীচন্দ্ৰকান্ত মহন্তৰ ওচৰত। কলিকতাৰ শ্ৰীঅৰুণ পুৰকায়স্থৰ ওচৰত মই কৃতজ্ঞ। এওঁলোকৰ উদ্যমনি অবিহনে 'মহাশ্বেতা'ই কেতিয়াও পঢ়ুৱৈ সমাজৰ কাষ চাপিব নোৱাৰিলেহেঁতেন।

বমা বেজবৰুৱা

## দ্বিতীয় প্ৰকাশৰ আগকথা

বাৰ বছৰৰ পূৰ্বে প্ৰথম প্ৰকাশ পোৱা 'মহাশ্বেতা'ই পঢ়ুৰৈৰ সমাজৰ পৰা অকৃত্ৰিম মৰম আৰু সমাদৰ পাবলৈ সক্ষম হৈছিল। ইয়াৰ বাবে পাঠক-পাঠিকা, শুভাকাঙ্ক্ষী সকলোৰে ওচৰত মই ইমানদিনে ঋণী হৈ আছিলো। এবাৰ ধন্যবাদ যচাৰ সুযোগো পোৱা নাছিলো। মোৰেই সৌভাগ্য যে এতিয়া সেই সুযোগ আনি দিলে সৰবৰহী আৰু অসমৰ প্ৰকাশন জগতত ক্ৰমাত জনপ্ৰিয় হৈ উঠা জ্যোতি প্ৰকাশন তথা ইয়াৰ লগত জড়িত চফল, অমায়িক আৰু উদ্যোগী ডেকা শ্ৰীনগেন শৰ্মাই। দ্বিতীয় সংস্কৰণত মহাশ্বেতাক লৈ লিখিবলগীয়া বিশেষ একো নাই। মাত্ৰ এই সুযোগতে প্ৰথম সংস্কৰণৰ পঢ়ুৰৈৰ সমাজলৈ নতশিৰে ধন্যবাদ আৰু জ্যোতি প্ৰকাশনলৈ কৃতজ্ঞতা জনালো।

আৰু এটা কথা। মহাশ্বেতাৰ নিচিনা এগৰাকী চিৰ-যৌৱনা, আয়ুষ্মতী, অলৌকিক শক্তিধাৰিণী নাৰীৰ এনে কৰুণ পৰিণতি কিয় হবলৈ পালে, বহুতৰে মনত সৃষ্টি কৰা এই খু-হুৰনিৰ উত্তৰ মহাশ্বেতাই নিজ মুখেৰেই দি গৈছিল এই বুলি যে বাৰবছৰৰ পিচত তেওঁৰ পুনৰ আৱিভাৱ ঘটিব আৰু তেওঁক বিচাৰি বীৰ্য্যবাহন যাব। সেইকালৰ পৰাও এই লিখক সত্তা এতিয়াও আমাৰ পাঠক-পাঠিকাৰ ওচৰত ধৰুৱা হৈ আছে। এই ঋণো শোধ কৰিব পৰা হ'ব বুলি আমি আশা ৰাখিছো।

দ্বিতীয় প্ৰকাশৰ 'মহাশ্বেতা'কো আগৰ দৰেই পঢ়ুৰৈয়ে মৰমেৰে আদৰি লব বুলি ভৰষা ৰাখিলো।

১ মাৰ্চ, ১৯৮৭ ॥ ৰমা বেজবৰুৱা

। এক ।

সেই দিনটো আছিল নৱযৌৱন প্ৰাপ্ত বিজয়ৰ বাবে এটা স্মৰণীয় দিন। সেই দিনটোত বিজয়ে পঁচিশ বছৰ বয়সত ভৰি দিলে। এই দিনটোৱেই যে তেওঁৰ জীৱনলৈ এটা দুঃসাহসিকতাপূৰ্ণ, ৰোমাঞ্চকৰ আৰু অভূতপূৰ্ব ভৱিষ্যত বহন কৰি আনিব বিজয়ে সপোনতো ভাবিব পৰা নাছিল। পিতৃতুল্য ৰণবীৰৰ মৰম চেনেহৰ আশ্ৰয়ত তেওঁ ডাঙৰ দীঘল হৈছিল। অৰণ্যৰ মাজত অবাধে চিকাৰ কৰি তেওঁৰ যৌৱন আৰম্ভ হৈছিল। ভাবিছিল ৰণবীৰ দদাইদেউৰ শান্তি-আশ্ৰয়ত এইদৰে হাঁহি খেমালিৰে জীৱনটো কটাই দিব। কিন্তু নিয়তিৰ যে এটা অমোঘ আদেশ তেওঁৰ কাৰণে ৰৈ আছিল, চব্বিশটা বসন্ত গছকি অহা অফুৰন্ত স্বাস্থ্যৱান, ওখ আৰু শক্তিমান বিজয়ে ভাবিব পৰা নাছিল; নিয়তিৰ আদেশতকৈ বিজয়ৰ পূৰ্বপুৰুষৰ নিৰ্দেশ বুলি কোৱাহে যেচি ভাল হ'ব।

বিজয়ৰ পূৰ্বপুৰুষৰ এই নিৰ্দেশৰ কথা পঞ্চাশ বছৰীয়া ৰণবীৰেও নেজানিছিল। অথচ এই ৰণবীৰেই বিজয়ক পাঁচ বছৰ বয়সৰ পৰা তুলি-তালি ডাঙৰ দীঘল কৰি পঁচিশ বছৰীয়া পূৰ্ণ মানুহত পৰিণত কৰিলে।

আজি কুৰি বছৰৰ আগতে ৰণবীৰৰ একমাত্ৰ বন্ধু বিক্ৰমে এটা লোহাৰ বাকচৰ সৈতে ৰণবীৰৰ ওচৰত যেতিয়া বিজয়ক গটায়, তেতিয়া ৰণবীৰে ভাবিব পৰা নাছিল পেৰাটোৰ মাজত কি সম্পদ লুকাই থাকিব পাৰে। এটা বংশৰ অভিশপ্ত অতীত আৰু অসম্ভৱ কঠোৰ বাস্তৱৰ নিৰ্দেশ থকা এই বাকচটো তেওঁ যোৱা কুৰি বছৰে অতি সাৱধানেৰক্ষা কৰিছিল। তেতিয়া তেকা ৰণবীৰে বন্ধু বিক্ৰমৰ আগত প্ৰতিজ্ঞা কৰিছিল— যিদিনা বিজয়ৰ বয়স পঁচিশ বছৰ পূৰ্ণ হ'ব, সেইদিনাহে তেওঁ বিজয়ক

সন্মুখত বাকচটো খুলিব। তেওঁ আৰু প্ৰতিজ্ঞা কৰিছিল—বিজয়ক নিজৰ সন্তানৰ দৰে লালন-পালন কৰি সকলো শিক্ষাৰে সুশিক্ষিত কৰি তুলিব। এই দুয়োটা প্ৰতিজ্ঞাই উদাৰ হৃদয়ৰ ৰণবীৰে আখৰে আখৰে পালন কৰিছিল। বিজয় যে বিক্ৰমৰ পুত্ৰ এইকথাও ৰণবীৰে প্ৰায় পাহৰি গৈছিল। অৱশেষে বিজয়ৰ পঁচিশ বছৰ বয়স পূৰ্ণ হোৱাৰ দিনটো তেওঁ পাহৰা নাছিল।

নিৰ্জন ঘৰটোৰ ভিতৰৰ কোঠাৰ টেবুলখনৰ কাষত ৰণবীৰ আৰু বিজয় দুয়ো মুখামুখিকৈ বহিল। তেওঁলোকৰ চকু আৰু মুখত অসীম আগ্ৰহ আৰু কৌতূহল। মেজৰ ওপৰত সেই লোহাৰ বাকচটো। বাকচটোত এটা তলা লগোৱা আছে আৰু তলাটো লা'ৰে চীল কৰি থোৱা আছে। প্ৰথমতে এই চীলটো ৰণবীৰে ভাঙিলে আৰু তাৰপিচত ইমান দিনে সযতনে লুকুৱাই থোৱা চাবিটোৰে তলাটো সশব্দে খুলিলে।

বাকচটো মেলা হ'ল। দুয়ো ভিতৰখন চাই অবাক হৈ পৰিল। বাকচটোৰ ভিতৰত এখন ডাঙৰ কলচুৱা তামৰ ফলিৰ টুকুৰা আছে আৰু তাৰ তলত আছে ভাজ কৰি থোৱা এখন ডাঙৰ কাগজ। তামৰ ফলিৰ ভগ্নাংশ টুকুৰা উলিয়াই আনি দেখে তাত কিছুমান আঁক বাঁকেৰে কিবা এটা অবোধ্য ভাষা লিখা আছে। সেই আখৰ বুজিবৰ কাৰণে তেওঁলোক দুয়ো বহু সময় আপ্ৰাণ চেষ্টা কৰিলে—কিন্তু নোৱাৰিলে। ঘামি-জামি হতাশ হৈ বাকচৰ তলিত পৰি থকা সেই কাগজখন তুলি আনিলে ৰণবীৰে। এইবাৰ দুয়োৰে অন্তৰত আশাৰ ভাব সঞ্চাৰিত হ'ল। কাৰণ সেই দীঘলীয়া কাগজখনত যি ভাষা লিখা আছিল সেয়া তেওঁলোকৰ চিনাকি—নিজা ভাষা। সেয়া আছিল এখন চিঠি। চিঠিত সম্বোধন কৰা আছিল—'মোৰ মৰমৰ পুত্ৰ বিজয়'।

বিজয়ে চিঞৰি উঠিল "মোলৈ লিখা চিঠি ?···পঢ়ক দদাইদেউ ··" প্ৰচণ্ড কৌতূহলত তেওঁৰ মন একেবাৰে অস্থিৰ হৈ পৰিছিল। হাবিৰ কাষৰ এই নিজান ঘৰটোত যেন এটা ৰহস্যজনক নিৰ্জনতা বিৰাজ

কৰিছে। আখৰবোৰ এতিয়াও অম্লান হৈ থকা চিঠিখন বণবীৰে পঢ়িবলৈ ধৰিলে—

মোৰ মৰমৰ পুত্ৰ বিজয়,

এই চিঠি পঢ়িবৰ কাৰণে তুমি পঁচিশবছৰ বয়সলৈকে জীয়াই থাকিবা নে নেথাকা নেজানো। এই চিঠিখনৰ লগত তামৰ ফলিৰ এটা ভগ্নাংশও তুমি নিশ্চয় পাইছা। তাত লিখা তোমাৰ পক্ষে বুজা সম্ভৱপৰ নহয়। কিন্তু এই অবোধ্য ভাষাৰ পাঠোদ্ধাৰ কৰিবলৈ মই সক্ষম হৈছিলো। কাৰণ ইয়াক জানিবলৈ মই প্ৰায় এবছৰ কাল ৰাতিয়ে দিনে সমানে শাৰীৰিক আৰু মানসিক পৰিশ্ৰম কৰিবলগীয়া হৈছিল। ইয়াৰ কাৰণেই মোৰ স্বাস্থ্য ভঙ্গ হ'ল আৰু ই মোক অকাল মৃত্যুৰ মুখলৈ ঠেলি দিলে। তামৰ ফলিত থকা অদ্ভুত লিপিৰ ভাষা তোমাক মই মুখেৰে কৈ যাব নোৱাৰিলো। সেই কাৰণে মই লিখি থৈ গৈছো। সেই অবোধ্য ভাষাৰ অনুবাদ দ্বিতীয় পৃষ্ঠাত আছে। আমাৰ বংশত অন্ততঃ ত্ৰিশটা পুৰুষে এই তামৰ ফলিৰ লিপিৰ বিষয়ে জানিব পাৰিছে। তোমাৰ কাৰণে ময়েই অনুবাদ কৰি থৈ গ'লো।

ভিন ভিন যুগত আমাৰ ত্ৰিশটা পুৰুষৰ কেইবাজনেও এই লিপিৰ নিৰ্দেশ পালন কৰিবলৈ চেষ্টা কৰিছিল। শেষ চেষ্টা কৰিছিলো মই। আমাৰ বংশৰ আদিমাতা স্বৰ্ণদেৱীৰ কঠোৰ আদেশ পালন কৰিবলৈ মই আপ্ৰাণ চেষ্টা কৰিছিলো। মোৰ এই দুঃসাহসিক অভিযানৰ কাৰণে মই কেবাটাও ভাষা শিকিবলৈ বাধ্য হৈছিলো। অসম্ভৱ ধৰণৰ শাৰীৰিক আৰু মানসিক পৰিশ্ৰমে মোৰ শক্তি ক্ষয় কৰিছিল। তাৰ পৰিণতি স্বৰূপে মোৰ অভিযান ব্যৰ্থ হ'ল। অকালতে এই পৃথিবীৰ পৰা গুচি যাবলগীয়াত পৰিলো।

সিংহলৰ সুদূৰ দক্ষিণত ভাৰত মহাসাগৰত থকা পুষ্পক নগৰৰ ভগ্নাৱশেষ আজিলৈকে কোনেও আৱিষ্কাৰ কৰিব পৰা নাই। সেই নগৰ সীমাহীন পানীৰ মাজৰ এটা দ্বীপত অৱস্থিত। নেজানো সেই দ্বীপ

কিমান ডাঙৰ আৰু তাৰ ভিতৰত প্ৰকৃততে কি আছে। সেই পুষ্পক নগৰীৰ মাজত সঁচাকৈয়েই কোনোবা চিৰ-যৌৱনা নাৰী আছে নে নাই তাকো মই নাজানো। কাৰণ আমাৰ পূৰ্বপুৰুষসকলৰ কোনেও কিম্বদন্তি-খ্যাতা সেই অপৰূপা নাৰীক দেখা নাই। মোৰো দেখাৰ সৌভাগ্য নঘটিল। দেখা হ'লে, আমাৰ বংশৰ সেই নাৰীৰূপী শত্ৰুক হত্যা কৰি আমাৰ পূৰ্বপুৰুষৰ তেজৰ ঋণ শোধ কৰিব পাৰিলোহেঁতেন। আমাৰ পূৰ্বপুৰুষৰ কোনো এজনেই এই কাম কিয় কৰিব নোৱাৰিলে তাৰ যুক্তিসঙ্গত কাৰণ আছিল। এই পুষ্পক নগৰীলৈ যোৱা সুদীৰ্ঘ বাটটো আছিল দুৰূহ আৰু ভীষণ বিপদসঙ্কুল। প্ৰতিটো খোজতেই যেন বিপদ। তাতোকৈ ডাঙৰ কথা গোটেই কথাখিনিয়েই একেবাৰে অবিশ্বাস্য, সৰু ল'ৰাই শুনি ভালপোৱা সাধু কথাৰ নিচিনা। মৃত্যুহীনা আৰু চিৰযৌৱনা কোনোবা নাৰীৰ কথা হয়তো আজিৰ পৰা এহেজাৰ বছৰৰ আগতে কোনোবাই বিশ্বাস কৰিব পাৰিছিল। কিন্তু আজিৰ এই যুগত কোনে বিশ্বাস কৰিব? তুমি জানো কৰিবা?

ময়ো বিশ্বাস কৰা নাছিলো, তথাপিও মই গৈছিলো। গৈছিলো এটা প্ৰচণ্ড কৌতূহলত আৰু অজান ৰহস্য জনাৰ এটা দুৰ্নিবাৰ আকৰ্ষণত। কিন্তু মোৰ অভিযান সফল নহ'ল। সেই ৰহস্য মোৰ কাৰণে সাথৰ হৈয়েই ৰ'ল। যদি মোৰ দৰে তোমাৰো তেনে কৌতূহল আছে—তুমি যাব পাৰা।

যদি যোৱা, কোন ফালে তুমি যাব লাগিব মই কৈ দিছো। বঙ্গোপ-সাগৰৰ দক্ষিণলৈ পোনে পোনে সিংহলৰ পিনে গৈ থাকিবা। তাৰপিচত যাবা সুমাত্ৰাৰ পিনে। সুমাত্ৰাৰ কোটৰাজা পোৱাৰ পিচত তুমি ভাত নাৱৰ ব্যৱস্থা কৰিব লাগিব। কাৰণ তুমি যি পুষ্পক দ্বীপলৈ যাবা তালৈ সৰু জাহাজো নচলে। কাৰণ সেই বিৰাট পানী অঞ্চল ঠায়ে ঠায়ে একেবাৰে বাম আৰু ঠায়ে ঠায়ে ভীষণ দ। তাৰোপৰি দ পানীৰ মাজত লুকাই থকা অগণন সৰু সৰু পাহাৰৰ টিলা। কোটৰাজাৰ পৰা সুমাত্ৰাৰ কাষে কাষে ভাৰত মহাসাগৰৰ গভীৰ অঞ্চললৈ সোমাই যাব

লাগিব। তাবপিচত ভাতাব বহুত দক্ষিণলৈ এটা ডাঙৰ দ্বীপ আছে। এই দ্বীপৰ কাষে কাষে আকৌ পশ্চিমৰ পিনলৈ যাব লাগিব। এইদৰে গৈ থাকোতে অৱশেষত দ্বীপটোৰ পিচফালে এটা বিৰাট পাহাৰ চকুত পৰিব। এই পাহাৰটোৰ শৃঙ্গতে এছটা ডাঙৰ বগা শিল আছে। সূৰ্য্যৰ বশ্মিত এই শিলছটা আৰ্চী এখনৰ দৰে চিক্‌মিকাই জিলিকি থাকে। এই পাহাৰ থকা ডাঙৰ দ্বীপটোতেই পুষ্পক নগৰ আছে।

মই সেই তিব্‌বিবাই থকা শিলছটা দেখিছো। সেই ওখ পাহাৰটোৰ পিচফালে বোলে এটা বিস্তীৰ্ণ জলাহ খণ্ড আছে। সেই অগম্য জলাহ ভূমিৰ সিপাৰে হেনো প্ৰাচীন পুষ্পক নগৰৰ ধ্বংসাৱশেষ। মই এই সকলোবোৰ কথা লগত লৈ যোৱা নাৱৰীয়াটোৰ মুখৰ পৰা শুনিছিলো। নাৱৰীয়াটোৱে কিন্তু নাওখন সেই পাহাৰৰ নামনিত লগাবলৈ কোনো-পধ্যে সম্মত নহৈছিল। সি কৈছিল নাওখন পাহাৰৰ ওচৰলৈ নিলে৷ৰ লগে লগে ভাঙি চুৰমাৰ হৈ যাব। এহাতে খৌকি-বাখৌ প্ৰচণ্ড ঢৌৰ তলত লুকাই থকা অসংখ্য পাহাৰৰ চূড়া আৰু আনহাতে সেই পাহাৰটোৰ প্ৰতি থকা সিহঁতৰ বদ্ধমূল কুসংস্কাৰ আৰু ভয়। উপায়হীন হৈ মই ঘূৰি আহিবলৈ বাধ্য হৈছিলো। ভাবিছিলো মহাসাগৰৰ মাজৰ সকলো বিপদ বিঘিনি অতিক্ৰম কৰিব পৰা এখন বিশেষ ধৰণৰ নাও তৈয়াৰ কৰাই মই আকৌ তালৈ যাম।

যাম বুলি দৃঢ়প্ৰতিজ্ঞ হৈছিলো। কাৰণ মোৰ বিশ্বাস হৈছিল যে সেই পাহাৰটোৰ পিচফালে এখন প্ৰাচীন নগৰৰ ধ্বংসাৱশেষ আছে। আমাৰ আদিমাতা স্বৰ্ণদেৱীয়ে তামৰ ফলিত লিখি থৈ যোৱা কথাখিনি যে দলিয়াই পেলাব নোৱাৰি তাৰ সমাজতম প্ৰমাণ মই পাইছিলো। মই তাৰপৰা ঘূৰি আহোঁতে সুমাত্ৰা আৰু সিংহলৰ মাজেদি আহিছিলো, তাৰপৰা আহিছিলো ৰামেশ্বৰমলৈ। ৰামেশ্বৰ-মতেই তোমাৰ মাতৃ আন্নাদেৱীৰ লগত মোৰ সাক্ষাৎ ঘটিল। বিয়া

কৰাই তাতেই বহুতদিন থাকিলো। কিন্তু এই সুখ বোধকৰো বিধাতাৰ সহ্য নহ'ল। তোমাৰ মাৰাৰ মৃত্যু ঘটিল। মই ম্রিয়মান হৈ পৰিলো। তেতিয়া তোমাৰ বয়স মাত্র দুবছৰ। তোমাক বুকুত বান্ধি মই মোৰ মাহীক বিচাৰি দাৰ্জিলিঙলৈ আহিলো। কিন্তু মোৰ দুৰ্ভাগ্য, মাহীকো নাপালো। তেওঁ কেইমাহ মানৰ আগতে এই সংসাৰ ত্যাগ কৰিছে। উপায়হীন হৈ মই তোমাক মিছনৰ তত্বাৱধানত থকা শিশু আশ্রমত থ'লো।

মনৰ দুখত অনাই-বনাই ফুৰোতে এদিন হঠাৎ বেনাৰসত ৰণবীৰৰ লগত মোৰ চিনাকি হ'ল। সি তেতিয়া কাশী বিশ্ববিদ্যালয়ত পঢ়ি আছিল। প্রথম দৃষ্টিতে মোৰ ৰণবীৰক ভাল লাগি গ'ল। সৎ, দয়ালু, আন্তৰিকতাপূৰ্ণ অথচ কঠোৰ স্বভাৱৰ ৰণবীৰৰ লগত যেন মোৰ বহুখিনি মিল আছিল। ৰণবীৰ মোতকৈ কেইবছৰমানৰহে সৰু হ'ব। ৰণবীৰে মোক বহুখিনি সহায় কৰিলে। তাৰ বন্ধুত্বৰ এই ঋণ মই শোধ কৰিব নোৱাৰিলো। বৰং তোমাৰ লালন-পালনৰ ভাৰ গটাই দি মই ৰণবীৰৰ ওচৰত বেচি ঋণগ্রস্তহে হ'লো। ৰণবীৰে মোক বিশ্ব-বিদ্যালয়ৰ যোগেদি বহুত নজনা কথাৰ সন্ধান দিলে। এজন প্রখ্যাত ভাষাতত্ববিদ পণ্ডিতৰ লগত চিনাকি কৰি দিলে আৰু সেই পণ্ডিতৰ জৰিয়তেই মই কেবাটাও ভাষা শিকাৰ সুযোগ পালো। ভাবিছিলো এই বিভিন্ন ভাষা জ্ঞানে মোৰ অভিযানত মোক বহুখিনি সহায় কৰিব। কিন্তু ভগৱানৰ বোধকৰো সেই ইচ্ছা নাছিল। ক'ব নোৱাৰাকৈয়েই ভিতৰি-ভিতৰি ক্ষয়ৰোগে মোৰ বুকুত বাহ লৈছিল।

আজি মই মৃত্যুমুখী। তোমাৰ বয়স এতিয়া মাত্র পাঁচ বছৰ। অহা কুৰি বছৰৰ ভিতৰত মোৰ বন্ধু ৰণবীৰৰো যদি মৃত্যু ঘটে, তথাপিও তুমি বোধকৰো এইবোৰ কথা জানিব পাৰিবা।

এতিয়া তুমি তোমাৰ কৰ্তব্য থিৰ কৰিবা। সেই মৃত্যুহীনা অনন্ত-যৌৱনা নাৰীক বিচাৰি তুমি সেই পুষ্পক নগৰলৈ যোৱানে নোযোৱা তুমি নিজেই স্থিৰ কৰিবা। এই কথাবোৰ সামান্য গল্প বুলি ভাবিও যদি হাঁহি

উকৰাই দিয়া, তেতিয়াও মোৰ কৰলগীয়া একো নাই। কাৰণ আজিৰ যুগত এই গোটেই কথাখিনিয়েই অবিশ্বাস্য। তুমি যাব নোৱাৰিলেও কোনেও তোমাক নিন্দা নকৰে।

আশীৰ্বাদ কৰিছো, সৰ্বমঙ্গলময় ভগৱানে তোমাক নিৰাপদে ৰাখিব আৰু সততে ৰক্ষা কৰিব। ইতি—

তোমাৰ দুৰ্ভগীয়া দেউতাৰ
বিক্ৰম সিং

চিঠিখন শেষ কৰি ৰণবীৰে বিজয়লৈ চালে। সদায় হৈ-চৈ কৰি ৰং-আনন্দত কটোৱা বিজয়ৰ মুখখন গম্ভীৰ। চকুত কৌতূহলৰ উজ্জ্বলতা। কোঠাটোৰ কাষৰ আহঁত গছজোপাত বিৰাজ কৰাৰ দৰেই এই কোঠাটোকো এটা নিৰ্জনতাই গ্ৰাস কৰিছে। মাত্ৰ ওচৰৰ হাবিৰ পৰা চৰাইৰ মাত ভাঁহি আহিছে।

নিস্তব্ধতা ভঙ্গ কৰি বিজয়ে চিঞৰি উঠিল—

"তাৰ পিচৰ কাগজখনত কি লিখা আছে ?......"

"এই তামৰ ফলিত লিখা কথাখিনিৰ অনুবাদ।"

"পঢ়ক......"

মই স্বৰ্ণদেৱী। মই যি কৰিব নোৱাৰিলো, মোৰ পুত্ৰই সেই কাম কৰিব পাৰিব বুলি মোৰ বিশ্বাস। মোৰ পুত্ৰই যদি নোৱাৰে মোৰ নাতি-পৰিনাতিয়ে পাৰিব লাগিব। নহ'লে মোৰ আত্মাই কোনো কালেই শান্তি নেপাব।

বীৰ্য্যবাহন আছিল ভাৰতবৰ্ষৰ মানুহ। তেওঁ সুউচ্চ আদৰ্শ বুকুত বান্ধি লৈ চেলিবিচ্ ৰাজ্যলৈ আহিছিল ৰাজ্যৰ প্ৰধান মন্দিৰৰ পুৰোহিত হিচাবে। সেই মন্দিৰৰ পুৰোহিতে জাগ্ৰতা গোঁসানীৰ আগত শপত খাব লাগিছিল—তেওঁ চিৰ জীৱন চিৰকুমাৰ হৈ থাকিব।

কিন্তু কিবা এটা কু-ক্ষণত মোৰ লগত তেওঁৰ দেখা-দেখি হ'ল। এটা আচৰিত ধৰণৰ যোগাযোগত আমাৰ চাৰি চকুৰ মিলন ঘটিল। প্ৰথম দৃষ্টিতেই মই মোৰ সম্পূৰ্ণ নাৰী-সত্তা উজাৰ কৰি তেওঁক ভাল পাই

পলালো। অত্যন্ত ৰূপৱান আছিল বীৰ্য্যবাহন, যেন মূৰ্ত্তিমান কামদেৱ।

মোক দেখি বীৰ্য্যবাহনবো সংযমৰ বান্ধ শিথিল হৈ পৰিল। কঠোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিব নোৱাৰিলে। জাগ্ৰতা গোসাঁনীৰ মন্দিৰৰ প্ৰধান পুৰোহিতে মোক বিয়া কৰাবলৈ বাধ্য হ'ল। বাধ্য নহৈ কেনেকৈ পাৰিব! কাৰণ মই অকল চেলিবিচ্ ৰাজ্যৰ ৰাজকুমাৰীয়েই নাছিলো—মই আছিলো সেই ৰাজ্যৰ শ্ৰেষ্ঠা সুন্দৰীও। মোৰ ৰূপৰ বহ্নিত জাহ যাবলৈ সেই সময়ত যেই কোনো পুৰুষেই উদ্যত হৈ আছিল।

কিন্তু বীৰ্য্যবাহনে মোক গোপনে বিয়া কৰোৱাৰ পিচতেই তেওঁৰ জীৱনত কেইবাটাও দুৰ্য্যোগ সংগঠিত হৈছিল। দুঃস্বপ্নৰ মাজেদি তেওঁ কেবাদিনো ইঙ্গিত পাইছিল জাগ্ৰতা দেৱীৰ অভিশাপ তেওঁৰ ওপৰত অচিৰেই নামি আহিব। ভয় আৰু আশঙ্কাত এদিন মনে মনে মোৰ স্বামীয়ে চিলিবিচ্ ৰাজ্য ত্যাগ কৰি পলাবলৈ বাধ্য হ'ল। মই তেওঁৰ বিবাহিতা পত্নী, ময়ো তেওঁৰ লগতে পলালো।

সাগৰ, পাহাৰ-পৰ্বত আৰু নানা বাধা-বিঘিনি অতিক্ৰম কৰি কাৰো চকুত নপৰা এটা দ্বীপত আহি আশ্ৰয় ল'লো। ভাবিছিলো এই দুৰ্গম্য আৰু বিপদ সংকুল ঠাইখনত কোনেও আমাক বিচাৰি নাপাব। কিন্তু ভুল। সেই গোঁসানীৰ অভিশাপে আমাৰ পিচে পিচে খেদি ফুৰিবলৈ ধৰিলে। অৱশেষত সেই দ্বীপৰ মাজভাগত থকা পুষ্পক নগৰত আমি উপস্থিত হ'লোহি আৰু সেই ৰাজ্যৰ এটা নিৰ্জন আৰু পৰিত্যক্ত মন্দিৰত আশ্ৰয় ললো। তাতো গোসাঁনীৰ অভিশাপ নামি আহিল স্বামীৰ ওপৰত। অৱশ্যে সেই অভিশাপৰ ৰূপ আছিল সম্পূৰ্ণ বেলেগ। এজনী নাৰীৰ বেশেৰে সেই অভিশাপ আহিছিল।

সেই নাৰী কোন আছিল নাজানো। সেই নাৰী দেৱী আছিল নে এই মৰ্ত্যৰ মানৱী তাকো মই নাজানো। কিন্তু তেজ-মঙহৰ শৰীৰেৰে নাৰীৰ এনে ৰূপ মই কোনো দিনেই দেখা নাই, আনকি শুনাও নাই। সেই ৰম্য ওখ লাহি শৰীৰত যেন ভগৱানে অকৃপন হাতেৰে বিশ্বৰ সকলো

ৰূপ আৰু সৌন্দৰ্য্য ঢালি দিছিল। সেই নাৰীৰ অতুলনীয় সৌন্দৰ্য্যৰ আগত চিলিবিচৰ শ্ৰেষ্ঠা সুন্দৰী স্বৰ্ণদেৱী যেন ম্লান হৈ গৈছিল। সেই ৰূপে যেন মোৰ স্বামীৰ পুৰুষোত্তম ৰূপ আৰু যৌৱনৰ লগত যেন মাৰিবলৈ আহিল।

সেই ভুবন মোহিনী নাৰী কোন কোনেও নেজানে। তেওঁৰ বয়স কিমান তাকো কোনেও নেজানে। পুষ্পক নগৰীৰ বুঢ়া বাসিন্দা সকলে কৈছিল সেই নাৰীৰ ৰূপ আৰু যৌৱন তেওঁলোকে সদায় একেদৰেই দেখি আছিছে।

সেই নাৰীয়ে মোৰ স্বামী বীৰ্য্যবাহনক দেখি মুগ্ধ হ'ল। মোৰ স্বামীক পাবৰ কাৰণে তেওঁ বাউলী হৈ পৰিল। বীৰ্য্যবাহনক কথাৰে ভোল নিয়াবলৈ চেষ্টা কৰিলে। চাৰিওফালে প্ৰলোভনৰ জাল পাতিলে। পৃথিবীৰ সকলো ঐশ্বৰ্য্য আনি তেওঁক দিব বুলি প্ৰতিশ্ৰুতি দিলে। আটাইতকৈ ডাঙৰ প্ৰতিশ্ৰুতি দিলে মোৰ স্বামীক হেনো দিব অমৰত্ব। অমৰত্বৰ লগে লগে মোৰ স্বামীও হেনো অনন্ত-যৌৱন প্ৰাপ্ত হ'ব।

কিন্তু সেই নাৰীৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল। ছলনাময়ী নাৰীৰ কোনো কথাতেই বীৰ্য্যবাহনে কৰ্ণপাত নকৰিলে। মোৰ বৰ্তমানত অপৰূপ সৌন্দৰ্য্যৰ অধিকাৰিণী নাৰীক মোৰ স্বামীয়ে প্ৰত্যাখ্যান কৰিলে।

তাৰ পিচত? তাৰ পিচত সেই নাৰীৰ লাৱণ্যময়ী আৰু কমনীয় মুখখনত জ্বলি উঠিল জিঘাংসা আৰু একুৰা প্ৰতিহিংসাৰ অগ্নি। তেওঁৰ কুটিল চকুৰ দৃষ্টিত থকা বিষ মোৰ স্বামীৰ সৰ্বশৰীৰত বিয়পি পৰিল। নাৰীৰ সেই দৃষ্টিত কি আছিল ভাবিলে বুকু কঁপিবলৈ ধৰে। এটা আকুল চাৱনিৰে মোৰ স্বামীয়ে সেই নিষ্ঠুৰা নাৰীলৈ চাই চাই মাটিত পৰি গ'ল আৰু ছট্‌ফটাই মৃত্যুক সাৱটি ল'লে। সেই নাৰীৰ কি প্ৰচণ্ড শক্তি! কি ভয়ানক আছিল সেই ধ্বংসকাৰিণী মূৰ্ত্তি!

মই পলালো। কোনো প্ৰাকৃতিক বাধা-বিঘিনি নেমানি মই প্ৰাণৰ আতুৰত পলালো। কাৰণ মোৰ গৰ্ভত আছিল তেতিয়া মোৰ স্বামীৰ

সন্তান। অশেষ দুখ-কষ্ট ভুগি মই মোৰ স্বামীৰ জন্মভূমি ভাৰতবৰ্ষ পালোঁহি।··· মোৰ পুত্ৰ প্ৰদ্যুম্নৰ জন্ম হ'ল।

মোৰ পুত্ৰ ডাঙৰ হৈ সকলো শাস্ত্ৰতে পাৰ্গত হৈছে। মই প্ৰদ্যুম্নক সকলো কথা কৈছো। সিয়ো প্ৰতিজ্ঞা কৰিছে সি তাৰ পিতৃ-হত্যাৰ প্ৰতিশোধ ল'ব। ই বংশৰ পবিত্ৰ কৰ্ত্তব্য। তেতিয়াহে পিতৃৰ ঋণ পৰিশোধ হ'ব। নহ'লে বংশৰ কাৰোৱেই শান্তি আহিব নোৱাৰে।

···তামৰ ফলিত থকা অবোধ্য ভাষাৰ অনুবাদ শেষ হ'ল। ৰণবীৰে আগ্ৰহেৰে বিজয়লৈ চালে। বিজয় তেতিয়া এই সংসাৰত নাছিল। শ শ বছৰৰ আগৰ এখন ৰহস্যময় আৰু অচিনাকি পৃথিৱীত তেওঁৰ মনটো তেতিয়া বিচৰণ কৰিছিল। গম্ভীৰ ভাৱত বিজয় মগ্ন। তেওঁ যে যথেষ্ট উত্তেজিত হৈ পৰিছিল ৰণবীৰে বুজি পালে। বিজয়ৰ ভাৱৰ প্ৰতিটো লক্ষণ আৰু গতিৰ কথা পিতৃতুল্য ৰণবীৰৰ বাহিৰে আন কোনে বুজিব।

॥ দুই ॥

কিবা এটা সমস্যাৰ কথা ভাবি ভাবি তাৰ কোনো সমাধান উলিয়াব নোৱাৰিলে বিজয়ে এটা অদ্ভুত ধৰণৰ কাম কৰে। ভৰা খেলৰ বোৰ্ডখন পাতিলৈ ৰজা আৰু মন্ত্ৰীৰ সলনি তাত বন্দুকৰ খালি হোৱা কাৰ্টিজ আৰু কেবাটাও ডাঙৰ সৰু বাঘৰ চকু ব্যৱহাৰ কৰে। চিকমিকাই জিলিকি থকা বাঘৰ চকুকিটা হাতৰ আঙুলীৰে গোটেই বোৰ্ডখনত ঘূৰাই পকাই সমস্যাৰ সমাধান উলিয়াব খোজে। বিজয়ে যোৱা কেইবছৰৰ ভিতৰত এই বাঘ কেইটা মাৰিছে। প্ৰখৰ দৃষ্টি শক্তি আৰু অব্যৰ্থ নিচান তেওঁৰ চিকাৰৰ বৈশিষ্ট্য। অস্বাভাৱিক ক্ষিপ্ৰতাৰে এটা গুলীতে যেই কোনো বাঘ বগৰাই পেলাইছিল। আগফালৰ কোঠাটোত ধুনীয়াকৈ সজাই থোৱা বাঘৰ ছালবিলাকেই সুন্দৰ সুঠাম বিজয়ৰ যৌৱনোদ্দীপ্ত শক্তিৰ পৰিচয় দিয়ে।

খালি কাৰ্টিজৰ বাঁহ কিটা আঁতৰাই তাত বাঘৰ চকুবিলাক সজাই বিজয়ে সুধিবলৈ ধৰিলে—"আজি ইমান দিনে এইবোৰ কথা মোক কোৱা নাছিল কেলেই দদাইদেউ ?"

বৰবীৰে বিজয়ৰ মুখখনলৈ চাই ক'লে—"জনা হ'লে মই তোক কেতিয়াবাই ক'লোহেঁতেন। এই বাকচটোৰ ভিতৰত যে ইমান ডাঙৰ ৰহস্য লুকাই আছে ঘূণাক্ষৰেও সেইদিনা ৰাতি তোৰ দেউতাৰে মোক কোৱা নাছিল··· ।"

"কোন দিনা ৰাতি ?"

"যিদিনা তোৰ দেউতাৰ আহি মোক এই বাকচটো গটাই থৈ গৈছিল। মই তেতিয়া বিশ্ববিদ্যালয়ৰ পৰা ওলাই আহি কলেজ বিভাগত কাম কৰিছো। দেউতাৰ অগাধ সম্পত্তি পাইছো। মোৰ তেতিয়া ভাল অৱস্থা। মনৰ সুখত খাওঁ-দাওঁ আৰু হাবিয়ে জঙ্গলে ঘূৰি ফুৰো। মোৰ লগত তেতিয়া মাত্ৰ এই প্ৰসাদ। আপোন বুলিবলৈ মোৰ তাৰ বাহিৰে আৰু কোনো নাই·· ”

অধৈৰ্য্য হৈ বিজয়ে বাধা দিলে "দেউতাৰ কথা কওঁক! মই আপোনাৰ কথা শুনিব খোজা নাই! সেইবোৰ জানো। সেইদিনা ৰাতি দেউতাই কি ক'লে? আপোনাৰ লগত এৰাএৰি হোৱাৰ পিচত দেউতা ক'ত আছিল?"

কেইমাহ মানহে এৰাএৰি হৈ আছিলো। সেই সময়ত বিক্ৰম ক'ত আছিল সঠিককৈ মই নাজানো! তেতিয়া আছিল জাৰকালি। হঠাত এদিন ৰাতি তোৰ দেউতাৰ ওলালহি। লগত এই বাকচটো। চাহ একাপ খোৱাৰ পিচত সি ক'বলৈ আৰম্ভ কৰিলে—

ৰণবীৰ! মই আজি তোৰ ওচৰলৈ বিশেষ এটা অনুৰোধ লৈ আহিছো। তই নেজান, মোৰ তলে তলে যক্ষ্মা বেমাৰ হৈছে। প্ৰথমতে মই ধৰিব পৰা নাছিলো আৰু অৱজ্ঞাও কৰিছিলো। আজি কেইদিন-মানৰ আগতে ডাক্তৰে চাই আশা এৰি দিছে। মোৰ আয়ুস যে যি কোনো মুহূৰ্তত শেষ হৈ যাব, এই কথাময়ো আজিকালি অনুভৱ কৰো……

মই চক্ খাই তাৰ সেঁতা মুখখনলৈ চালো। এইবাৰ ভালকৈ মন কৰিলো তাৰ চকু কোটৰাগত। পুৰঠ গাল দুখন ভাঙি পৰিছে। উশাহ লোৱাত যথেষ্ট কষ্ট পায়।

তই কি কৈছ এইবোৰ বিক্ৰম??

ক্ষীণ কণ্ঠেৰে সি ক'লে—মই ঠিকেই কৈছো ৰণবীৰ। সেই কাৰণেই আজি তোক মই এটা ডাঙৰ দায়িত্ব দি যাব খুজিছো।

দায়িত্ব? কি?

তই মোৰ ল'ৰাৰ দায়িত্ব ল'ব লাগিব।…

তোৰ ল'ৰা? কি কথা কৈছ তই!!

এটা ম্লান হাঁহিৰে বিক্ৰমে ক'লে—আচৰিত ন'হবি। মোৰ এটা ল'ৰা আছে। তাৰ মাক নাই। সকতে মৰিল। সি এতিয়া দাৰ্জিলিঙতে ফাদাৰ আব্ৰাহামৰ আশ্ৰমত আছে। মোৰ সেই ল'ৰাৰ ভাৰ তই ল'ব লাগিব—ল'বি?

তীক্ষ্ণ চকুযুৰিবে বিক্ৰমে মোৰ মুখলৈ চালে। সেই দৃষ্টিত আছিল এটা কাতৰ অনুৰোধ। মোৰ নিচিনা দায়িত্বজ্ঞানহীন মানুহ এটাই তেনেকুৱা গুৰু দায়িত্ব লোৱা একেবাৰে অসম্ভৱ কথা যদিও বিক্ৰমৰ কাতৰ চকুযুৰিলৈ চাই মই তাৰ অনুৰোধ উপেক্ষা কাৰব নোৱাৰিলো, মোৰ মুখেদি ওলাই আছিল—

ঠিক আছে ···

এই গুৰু দায়িত্ব অৰ্পণ কৰি বিক্ৰমে এটা স্বস্তিৰ নিশ্বাস পেলালে আৰু ক'লে—এই বাকচটোও তই তোৰ ওচৰত ৰাখিব লাগিব। এইয়া ইয়াৰ চাবি। কিন্তু তই মোক এটা প্ৰতিশ্ৰুতি দিব লাগিব···

কি ?

আজি মোৰ ল'ৰা বিজয়ৰ পুৰা পাঁচ বছৰ বয়স হৈছে। যিদিনা তাৰ বয়স চব্বিশ বছৰ পূৰ্ণ হৈ পঁচিশ বছৰত ভৰি দিব অৰ্থাৎ আজিৰ পৰা কুৰি বছৰৰ পিছতহে তই মোৰ ল'ৰাৰ সম্মুখত এই বাকচটো খুলিব পাৰিবি। তাৰ আগতে যেন নোখোল···

কথা দিলো—

আৰু তোৰ ইচ্ছানুসৰি তাক যি ধৰণে শিক্ষা দিব খোজ দিবি। সুশিক্ষিত হোৱাৰ লগতে সি হ'ব লাগিব স্বাস্থ্যবান, শক্তিশালী আৰু চৰিত্ৰবান। আৰু এটা কথা ৰণবীৰ। ভাৰত মহাসাগৰৰ দ্বীপপুঞ্জ—বিশেষকৈ সুমাত্ৰা, বৰ্ণিও আদিৰ দুই এটা ভাষা জনাটো তাৰপক্ষে উচিত হ'ব। ···তোৰ বাহিৰে মোৰ কোনো নাই তই জান···

বিক্ৰমৰ মাত খোকাথুকি হৈ পৰিছিল। মোৰো চকু সেমেকি উঠিল। মই তাক আশ্বাস দিলো—

তই অকণো চিন্তা নকৰিবি বিক্ৰম। মই তোৰ ল'ৰাৰ সম্পূৰ্ণ ভাৰ ল'লো। তোৰ ইচ্ছা অনুসৰিয়েই মই তাক শিক্ষিত কৰিম।

বিক্ৰমে বৰ স্বস্তি অনুভৱ কৰিলে। এটা ম্লান হাঁহিৰে সি থিয় হ'ল।

মই যাওঁ, কালিলৈ ৰাতিপুৱাই মই ৰামেশ্বৰমৰ পিনে যাত্ৰা কৰিম—

ৰামেশ্বৰমলৈ কেলেই ?

সেইবোৰ বহুত কথা। আজি মোৰ ক'বলৈ সময় নাই। পিচত তই গম পাবি।

কিন্তু এই বাকচটোত কি আছে মোক কৈ যা বিক্ৰম।

সেইয়া এতিয়া নকওঁ ৰণবীৰ! মোক ক্ষমা কৰিবি। কুৰি বছৰৰ পিচত ঠিক আজিৰ নিচিনা এটা দিনতেই তইঁত দুয়োয়েই এই বাকচটোৰ ভিতৰত থকা ৰহস্যৰ বিষয়ে গম পাবি।

সি দুৱাৰৰ পিনলৈ দুখোজ মান গ'ল আৰু তাৰপিচত আকৌ ঘূৰি আহি হাতদুখন গভীৰ আৱেগেৰে ধৰি ক'লে—টকা-পইচাৰ কথা কৈ তোক মই লাজ নিদিওঁ ৰণবীৰ। মই জানো, বিজয়ক তই উপযুক্ত ভাৱে ডাঙৰ দীঘল কৰিবি। তথাপিও যদি তোৰ প্ৰয়োজন হয়, মই তোৰ নামত বেঙ্কত টকা থৈ গৈছো।···মই যাওঁ ৰণবীৰ।···

বিক্ৰমৰ চকুৰ পৰা দুটোপাল গৰম লোতক বাগৰি আহি মোৰ হাতৰ ওপৰত পৰিল। সি ওলাই গ'ল। মই নিৰ্বাক হৈ তালৈ চাই থাকিলো।

আঠৈকুৰি বছৰীয়া ৰণবীৰৰ মাতটো গধুৰ হৈ পৰিছিল।

বিজয়ে তেতিয়াও তললৈ মুৰ কৰি ডবাৰ বোৰ্ডখনত বাঘৰ উজ্জ্বল চকুকিটা ঘূৰাই পকাই আছিল।

ৰণবীৰ দদাইদেউৰ কথা শেষ হোৱাৰ লগে লগে তেওঁ থিয় হ'ল আৰু দেউতাকৰ ফটোখনৰ ওচৰলৈ এনেয়ে এবাৰ গ'লে।

ৰণবীৰে আকৌ আৰম্ভ কৰিলে—"বিক্ৰমে তোক আজিৰ পৰা কুৰি বছৰৰ আগতে গটাই দি যি কৰিবলৈ কৈছিল মই শক্তি অনুসাৰে সকলোখিনি কৰিছো। কিন্তু ইমান ডাঙৰ ৰহস্য এটা উদঘাটন কৰিবলৈকে তোক সকলো ধৰণে শিক্ষিত আৰু সাজু কৰিবলৈ ইঙ্গিত দিছিল বুলি মই তেতিয়া অকণো ভবা নাছিলো।"

বিজয়ে পিতৃতুল্য ৰণবীৰৰ সেমেকা চকুযুৰিলৈ চালে। এই আপোন-ভোলা, উদাৰ আৰু প্ৰকৃতিপ্ৰেমী দদাইদেউক কিবা কথা কোৱাৰ প্ৰয়োজনীয়তা বিজয়ে অনুভব নকৰিলে।

···এই লোহাৰ বাকচটো দি যোৱাৰ কেইদিনমানৰ পিচতেই ৰামেশ্বৰমৰ পৰা ৰণবীৰে কোনো এজন অজ্ঞাত ব্যক্তিৰ পৰা এখন চিঠি পাইছিল, সেই চিঠিখনে বহন কৰি আনিছিল এটা দুঃসংবাদ। বিক্রমৰ মৃত্যু।

তাৰ পিচৰ সপ্তাহত দাৰ্জিলিঙৰ পৰা এখন টেলিগ্ৰাম আহিছিল। তাৰ পিচদিনাই দাৰ্জিলিঙৰ কেথলিক চাৰ্চ্চৰ এজন ডেকা ফাদাৰ আহিছিল—লগত এটা নিপোটল পাঁচ বছৰীয়া শিশু। সেইদিনাৰ পৰাই চিৰকুমাৰ ফৰেষ্ট অফিচাৰ ৰণবীৰ সিং বিজয়ক লৈ ব্যস্ত হৈ পৰিল। দুদিনৰ পিচতেই বিজয় ৰণবীৰৰ পুত্ৰত পৰিণত হ'ল। ৰণবীৰ আৰু লগুৱা প্ৰসাদৰ সান্নিধ্যত সেই তেজৰজীয়া বিজয় ডাঙৰ হ'বলৈ ধৰিলে।

আকৌ এবাৰ বোৰ্ডখনৰ ওচৰলৈ আহি বিজয়ে আটাইকিটা বাঘৰ চকু হাতত তুমি ল'লে।

"মই যাম—"

"তই যাবি, কলৈ ?"

"সেই পুষ্পক নগৰলৈ। আমাৰ আদি মাতৃ স্বৰ্ণদেৱীৰ কথাবোৰ নেমানিলেও এনে এটা দুঃসাহসিক অভিযান কৰিবলৈ মোৰ মন গৈছে।"

আচৰিত দৃষ্টিৰে পুত্ৰসম বিজয়লৈ ৰণবীৰে চালে,—"তই পগলা হৈছ নেকি বিজয় ? সেই সাধুকথাৰ পুষ্পক নগৰীৰ কথা বাদেই দিছো, বিশাল ভাৰত মহাসাগৰৰ মাজত কিমান বিপদ আপদ আছে তই নেজান ?"

"জানো দদাইদেউ। তথাপিও মই যাব লাগিব··।" বাঘৰ চকুকিটা হাতত নচুৱাই স্বাভাৱিক ভাবেই বিজয়ে কথাখিনি ক'বলৈ ধৰিলে।

বিজয়ে কিবা এটা কৰিম বুলি মনতে ঠিবাং কৰিলে তাক তাৰ পৰা আঁতৰাই অনাৰ শক্তি এই পৃথিবীত কাৰোৱেই নাই বুলি ৰণবীৰে জানে।

চিন্তাত পৰিল। চিগাৰেট এটা জ্বলাই গোটেই কোঠাটো ইফাল সিফাল কৰিলে। এই মৃত্যুমুখী অভিযানৰ পৰা বিজয়ক বাধা দিবলৈ তেওঁ কোনো উপায় বিচাৰি নাপালে।

ৰণবীৰে শেষত ক'লে—"ঠিক আছে, তোৰ লগত ময়ো যাম।... তোৰ লগত গ'লে সাগৰ আৰু দ্বীপত থকা নতুন জন্তুৰ চিকাৰ মিলিব।"

দদাইদেউলৈ চাই বিজয়ে হাঁহিলে। পিতৃতুল্য দদায়েকে তেওঁক কেতিয়াও অকলে এৰি নিদিয়ে বুলি তেওঁ জানে। বিজয় একপ্ৰকাৰে নিশ্চিন্ত হ'ল—কাৰণ দদায়েকে এই অভিযানৰ বাবে যিখিনি আয়োজন কৰিব তাত অকনো খুঁত নেথাকে।

আজি এবছৰ মানৰ আগতে অৱসৰ পোৱা ৰণবীৰে ইমান দিনে শুই, বহি আৰু কিতাপ পঢ়িয়েই দিন কটাইছিল। এতিয়া এটা নতুন আৰু দুঃসাহসিক অভিযানৰ বাবে আয়োজন কৰাৰ কাম পাই তেওঁ খুব ব্যস্ত হৈ পৰিল। বেঙ্কৰপৰা টকা উলিয়াই সকলো ফালে মহাপয়োভেৰে কামত লাগি গ'ল। সুমাত্ৰাৰ কোটৰাজ বন্দৰলৈ লিখালিখি কৰি এখন বিশেষ ধৰণৰ নাৱঁৰ ব্যৱস্থা কৰিলে। কেইজনমান অভিজ্ঞ নাৱৰীয়াৰ বাবেও আগধন পঠোৱা হ'ল। ইফালে প্ৰসাদেও খোৱা বস্তু যোগাৰ কৰি এই অভিযানৰ লগত নিবৰ কাৰণে আয়োজন কৰাত লাগি গ'ল।

আনপিনে সমুদ্ৰ যাত্ৰাৰ বাবে সকলো ব্যৱস্থাৰ ভাৰ দদায়েকৰ ওপৰত সম্পূৰ্ণৰূপে এৰি দি বিজয় নিশ্চিন্ত হ'ল আৰু কেইখনমান বিশেষ আপুৰুগীয়া পুথি অধ্যয়ন কৰিবলৈ ধৰিলে। সেইদিনাৰ পৰা বিজয় নিজৰ অজ্ঞাতেই বহুখিনি গম্ভীৰ হৈ পৰিল। সৰুৰে পৰা বিশ্ববিদ্যালয়ৰ শেষ মহলালৈকে পঢ়া-শুনাত সদায় সুখ্যাতি অৰ্জন কৰি আহিছিল যদিও হৈ-চৈ, হুলস্থুল আৰু উৎপাত কৰি বং আনন্দত দিন কটাবলৈহে বিজয়ে বেচিভালপাইছিল। এই নিৰ্দোষ হুলস্থুলীয়া স্বভাৱৰ কাৰণে তেওঁক সকলোৱে ভালো পাইছিল। কিন্তু পিতা বিক্ৰম সিংহৰ চিঠি আৰু আদিমাতৃয়ে

তামৰ ফলিত লিখি থোৱা লিপি পাঠ কৰাৰ পিচৰে পৰা বিজয় অস্বাভাৱিক ধৰণে গম্ভীৰ হৈ পৰিছিল। চকুৱে মুখে অনুসন্ধিৎসা, কৌতূহল আৰু উত্তেজনা ফুটি উঠিছিল।

···তিনিমাহ সকলো আয়োজন কৰাৰ পিচত যাত্ৰাৰ বাবে তেওঁলোক সাজু হ'ল। তাৰ পিচত তিনিও এদিন শুভদিন আৰু ক্ষণ চাই ৰামেশ্বৰ-মলৈ বুলি ৰেলত উঠিল। ৰামেশ্বৰম পাই তাত দেউতাক বিক্ৰম সিং আৰু মাক আন্নাদেৱীৰ সমাধিত প্ৰাৰ্থনা জনাই বিজয়, ৰণবীৰ সিং আৰু প্ৰসাদ জাহাজেদি সুমাত্ৰাৰ পিনে যাত্ৰা কৰিলে।

বঙ্গোপসাগৰ আৰু ভাৰত মহাসাগৰৰ মাজৰ এই পথছোৱাও নিচেই কম নাছিল। সাগৰৰ নীলা পানী, সমুদ্ৰ পথত পোৱা দ্বীপপুঞ্জৰ বিচিত্ৰ সৌন্দৰ্য্য আৰু জাহাজত পোৱা ভিন ভিন দেশৰ মানুহৰ সমাবেশৰ মাজত বিজয়হঁত বাৰলৈ ধৰিলে। জাহাজত থোৱা এই সময়খিনিৰ ভিতৰতে বিজয়ে জাভা, বোৰ্ণিও, সুমাত্ৰা, চিলিবিচ্ আদি দ্বীপ সমূহৰ বিষয়ে কিছু কথা জানি লোৱাৰ সুযোগ পালে।

সৌভাগ্যবশতঃ সেই জাহাজখনত এজন আইৰিচ নৃতত্ত্ববিদ গৈছিল। তেওঁ সিংহলৰ পৰা সুমাত্ৰাইদি চিঙ্গাপুৰলৈ গৈছিল। ৰণবীৰ আৰু বিজয়ে এই মহাসাগৰৰ দ্বীপপুঞ্জ সমূহৰ মানুহ আৰু তেওঁলোকৰ পূৰ্বপুৰুষ আদিৰ বিষয়ে নৃতত্ত্ববিদ পণ্ডিত অ'নীলৰ পৰা বহুতো নজনা অথচ তথ্যমূলক জ্ঞান আহৰণ কৰিলে। অ'নীলে আনকি ভাৰত মহাসাগৰৰ একেবাৰে দক্ষিণ থকা কিছুমান অজ্ঞাত দ্বীপৰ কথাও ক'লে যিবোৰৰ নৃতত্ত্ব বিশ্লেষণ কৰিলে আদিমাতা স্বৰ্ণদেৱীয়ে তামৰ ফলিত বৰ্ণাই থোৱা ক'থাখিনিৰ লগত যেন কিছু সাদৃশ্য পোৱা যায়।

এবাৰ ভল্‌ভলীয়া ৰণবীৰে অ'নীলক সুধিয়েই পেলালে—"বাৰু মিঃ অ'নীল, ভাৰত মহাসাগৰৰ একেবাৰে দক্ষিণলৈ বিষুৱৰেখা পাৰ হোৱাৰ পিচত এনেকুৱা এটা ডাঙৰ দ্বীপ আছেনেকি য'ত এজনী নাৰী আছে যি আজি কেবাশ বছৰ ধৰি একে ৰূপ-যৌৱন আৰু সৌন্দৰ্য্য লৈ জীয়াই আছে···?"

অসীম কৌতূহলেৰে অ'নীসে ৰণবীৰৰ প্ৰশ্নটো শুনিলে আৰু চেক্-চেকাই হাঁহি দিলে।

"মিঃ ৰণবীৰ! এই সকলোবোৰ হৈছে ষ্ট'ৰী আৰু চুপাৰচ্টিচন্। প্ৰত্যেক দ্বীপতেই আদিবাসীসকলৰ মাজত এনেকুৱা ধৰণৰ ফেন্টাষ্টিক গল্প প্ৰচলিত আছে : এনেকুৱা ধৰণৰ অদ্ভুত আৰু মিছা গল্পবিলাক সিহঁতৰ মাজত পুৰুষানুক্ৰমে চলি আহিছে কাৰণে সম্ভৱ সিহঁতৰ মাজত ঐক্যতা আৰু ইন্টিগ্ৰিটি এতিয়াও অটুট হৈ আছে ··।"

"আপুনি বাৰু এনেকুৱা এটা দ্বীপৰ কথা শুনিছেনেকি, যাৰ সম্মুখৰ পিনে ওখ শৃঙ্গ থকা পাহাৰ আছে আৰু শৃঙ্গৰ গাতে এছটা ডাঙৰ বগা শিল আছে? সেই শিলছটা ৰ'দত তিৰবিৰাই থাকে··· ?"

"ইয়েচ, ইয়েচ মিঃ ৰণবীৰ! তেনেকুৱা এটা দ্বীপ আছে। কিন্তু সেইটো সাগৰৰ মাজত এনেকুৱা এটা চিটুয়েচনত আছে যে তাত সোমোৱা কঠিন। তাৰোপৰি বৰ্ণনামতে যি তথ্য পোৱা যায় সেই দ্বীপটোত পাহাৰটো থকাৰ বাহিৰেও এটা অংশ হেনো 'দ্বীপ মাৰ্চিলেও'। দ্বীপটোত হেনো জন্তু জানোৱাৰ নাই, মানুহৰ অৱস্থিতিতো দূৰৈৰে কথা।·· অৱশ্যে পুৰণি বুৰঞ্জীৰ পুথিত এই দ্বীপটোৰ কথা সামান্যভাৱে উল্লেখ আছে।··"

'কি ??'

"আজি কেবাহেজাৰ বছৰৰ আগতে সেই দ্বীপত হেনো এখন সমৃদ্ধিশালী ৰাজ্য আছিল। এতিয়াও বোলে সেই মাৰ্চিলেও আৰু পাহাৰৰ কাষত দুই এটা পুৰণি ভগ্নাৱশেষ আছে। সঁচা-মিছা মই নেজানো, সেইবোৰৰ হিষ্টৰিকেল মূল্য কিমান তাকো মই নেজানো।···"

এইবোৰ কথা শুনাৰ পিচত মদাইদেউ ৰণবীৰ বেচ হতাশ হৈ পৰিল। বিজয় কিন্তু আগতকৈ বেচি গহীনহে হ'ল। সেইকাৰণে মদাইদেউৱে বিজয়ক কিবা এটা কবলৈকো সাহস নকৰিলে।

। তিনি ।

সুমাত্রাৰ কোট্‌ৰাজা বন্দৰৰ পৰা নতুন আৰু বিশেষ ধৰণৰ নাওঁ এখন লৈ যাত্রা আৰম্ভ কৰা আজি বহুত দিনেই হৈ গ'ল। নাওঁখন বেচ ডাঙৰ। নাওঁখনত যিমান দূৰ পাৰে ৰণবীৰ আৰু বিজয়ে সকলোখিনি সুবিধা কৰি ল'বলৈ চেষ্টা কৰিছে। ষ্টীম-বোট্‌ বা তেনেধৰণৰ যন্ত্রচালিত নৌ-যান এখন অনা বিজয়হঁতৰ পক্ষে একো অসুবিধা নাছিল। কিন্তু ভাৰত মহাসাগৰৰ দক্ষিণলৈ বিষুৱৰেখা পাৰ হোৱাৰ পিচত এইবোৰে একো কাম নিদিয়ে। সাগৰৰ তলিত অসংখ্য অজানা বিপদ লুকাই থাকে, যিবিলাক ষ্টীম-বোট্‌ বা তেনে জাতীয় যানৰ চালক অকণো ধৰিব নোৱাৰে। সাগৰৰ এই বৃহৎ অঞ্চলটোৰ লগত একমাত্র চিনাকি এই বিশেষ নাৱঁৰ নাৱৰীয়াহঁতৰহে।

এই বিশেষ নাওঁখন কেৰাহাজাৰ টকাত ভাড়া কৰাৰ বাহিৰেও প্রতিটো নাৱঁৰীয়াক বহুত টকা দিবলগীয়া হৈছিল। নাৱঁৰীয়াৰ চৰ্দাৰ বান্দা আছিল বেচ ভাল মানুহ। বয়স ৰণবীৰৰ সমানেই হ'ব। সাগৰৰ ধুমুহা বতাহ আৰু প্রচণ্ড ঢৌৰ লগত যুঁজি যুঁজি মানুহটোৱে দাড়ি চুলি পকাই পেলাইছে। ডাঙৰ জাহাজৰ অভিজ্ঞ কেপ্তেইনতকৈও বান্দাৰ সাগৰৰ বিষয়ে জ্ঞান অসীম। বিশেষকৈ ভাৰত মহাসাগৰৰ সুদূৰ দক্ষিণ অঞ্চলৰ সাগৰৰ জ্ঞান বান্দাৰ বাহিৰে খুব কম মানুহৰহে আছে।

কোট্‌ৰাজাত যেতিয়া ৰণবীৰে বান্দাক অচিন, অজান আৰু ৰহস্যময় দ্বীপটোলৈ যোৱাৰ কথা কৈছিল, তেতিয়া বয়স আৰু অভিজ্ঞতাৰ আঁচোৰ পৰা বান্দাৰ মুখখনৰ ৰঙণো কিবা এটা আতঙ্কত সলনি হৈ

গৈছিল। অজস্র টকাৰ লোভ দেখুওৱা স্বত্বেও সেই দেওলগা দ্বীপটোত নাওঁ লগাবলৈ বান্দা সন্মত নহ'ল। সি ক'লে—অকল সিয়েই নহয়, এই মহাসাগৰৰ কোনো নাৱঁৰীয়াই সেই দ্বীপত কেতিয়াও নাওঁ নলগায়। ইয়াৰ আগতে তালৈ যাব খোজা কিমান মানুহৰ মৃত্যু হৈছে তাৰো এটা লেখ দিলে। বান্দাই ক'লে—সেই পাহাৰৰ গাতে যি ছটা বগা শিলা জিৰ্ বিৰাই থাকে, সেইয়া সেই দ্বীপৰ অধিষ্ঠাত্ৰী দেৱীৰ এটা চকু। আনটো চকু পাহাৰটোৰ সিফালে ঢাক খাই আছে। কোনোবাই যদি সেই জিৰবিৰাই থকা শিলছটা অৰ্থাৎ গোসানীৰ চকুলৈ ভুলতো এবাৰ চায় তেওঁৰ চকু চিৰদিনলৈ দৃষ্টিহীন হৈ পৰিব। গতিকে এনে এটা অৱস্থাত হেজাৰ টকা দিলেও বান্দাই সেই দ্বীপলৈ কেতিয়াও নেযায়। অৱশ্যে সেই দ্বীপটোৰ কাষত থকা এটা সৰু দ্বীপলৈকে সিহঁত যাব পাৰে আৰু তাৰপৰা কোনোপধ্যে আগ নেবাঢ়ে।

উপায় নেপাই ৰণবীৰ আৰু বিজয় বান্দাৰ কথাতেই ৰাজী হ'বলৈ বাধ্য হ'ল। সিহঁতে নমাই দিব খোজা সৰু দ্বীপটো পাই লোৱাৰ পিচত নিশ্চয় কিবা এটা উপায় ওলাব; পিচত কি উপায় ওলাব—ৰণবীৰ আৰু বিজয়ে সেই মুহূৰ্তত ভাবিব নোৱাৰিলে। একমাত্ৰ সহায় ভগৱান আৰু আত্মবিশ্বাস।

···সৰুসুৰা বিপদৰ বাহিৰে বেছ ভালভাৱেই কেইদিনমান নাওখন দক্ষিণলৈ চলি গৈছিল। বান্দাই নাৱৰ গুৰি ধৰিছিল। বিজয়ে সুমাত্ৰা-জাভা আদিৰ পুথিগত জ্ঞান বান্দাৰ লগত কথা পাতি কামত খটুৱাবলৈ সুযোগ পাইছিল। যেতিয়া সামুদ্ৰিক ভ্ৰমণ আমনিদায়ক হৈ পৰিছিল, তেতিয়া বিজয়ে নাৱৰীয়া কেইটাৰ হতুৱাই ভাৰত মহা-সাগৰৰ দ্বীপসমূহৰ লোকসঙ্গীত গোৱাইছিল। আনহাতে ৰণবীৰ ব্যস্ত হৈ পৰিছিল সাগৰৰ পানীত উটি-ভাঁহি অহা শঙ্খ, শামুক আৰু সাগৰৰ আচৰিত ধৰণৰ উদ্ভিদবোৰলৈ। সদা-ব্যস্ত প্ৰসাদ বাত্তিপুৰাৰ পৰা বাত্তিলৈকে খোৱাৰ ব্যৱস্থা কৰাতেই লাগি আছিল।

এদিন গধূলি এটা অঘটন ঘটিল। হঠাৎ মাজ সমুদ্ৰত ধুমুহা-বতাহ

আছিল। ধুমুহা-বতাহ আহিব পাৰে বুলি সেইদিনা বাক্তিপুৰাতেই বান্দাই কৈছিল। অৱশ্যে ভাঙৰ ধুমুহা হোৱাৰ সম্ভাৱনা কম বুলিয়ে কৈছিল। কিন্তু দিনৰ দুইমান বজাৰ পৰাই আকাশখন অলপ বেলেগ ধৰণৰ হৈ আহিবলৈ ধৰিলে। বান্দাৰ চকুও থিয় হ'ল। তেতিয়া আৰু উপায় নাছিল। সাগৰৰ নিৰাপদ ভাগলৈ যাবৰ কাৰণে তেতিয়া সময় নাছিল। তথাপিও সাহিয়াল আৰু খামিদাঠ বান্দাই বুকুত নতুন বল বান্ধি সকলোকে সাহস দিলে। যিমান দূৰ পাৰে সাগৰৰ এখন নিৰাপদ ঠাইলৈ নাওখন নিবলৈ চেষ্টা চলালে। কিন্তু প্ৰতিটো মুহূৰ্ত্ত পাৰ হোৱাৰ লগে লগে আকাশখন ঘনাই ক'লা হৈ আহিবলৈ ধৰিলে। দূৰৈৰ পৰা ধুমুহা বতাহৰ শব্দ ভাঁহি আহিল। নিৰাপদঠাই পাবলৈ প্ৰায় আধামাইলমান বাট থাকোতে নাওখন প্ৰচণ্ড ধুমুহাৰ গৰাহত পৰিল।

সাগৰৰ ওপৰত সেইয়া আছিল কি যুদ্ধ! এফালে কেইটামান মানুহ আৰু আনফালে প্ৰকৃতিৰ তাণ্ডৱলীলা। বিৰাট ওখ ঢৌবোৰৰ ওপৰত বান্দাৰ নাওখনে সংগ্ৰাম চলাবলৈ ধৰিলে। কোট্‌ৰাজাৰ অভিজ্ঞ আৰু পৈনত আঢ়ৈকুৰি বছৰীয়া গুৰিয়াল বান্দাই কিন্তু গুৰি এৰি নিদিলে। প্ৰকৃতিৰ হিংস্ৰ গৰ্জন আৰু ক্ৰুদ্ধ সাগৰৰ উত্তাল ঢৌৰ শব্দত নাৱত থকা কেইটামান প্ৰাণীৰ আৰ্তনাদ একেবাৰে তল পৰি গ'ল।

এইদৰে প্ৰায় আধা ঘণ্টা সময় মানুহ আৰু প্ৰকৃতিৰ সংগ্ৰাম চলিল। তাৰপিচত এটা সময়ত লাহে লাহে প্ৰকৃতি শান্ত হৈ আহিবলৈ ধৰিলে। ইমান ডাঙৰ বিপদৰ পিচত নাওখনৰ বিশেষ তেনে কোনো অনিষ্ট নহ'ল যদিও পালকিখন ফালি ছিৰাছিৰ দিলে আৰু মাস্তুলটোৰ ক্ষতি-সাধন হ'ল। শান্ত পানীৰ ওপৰত নাওখন যেতিয়া থিৰ হ'ল, নাওখনলৈ ভালকৈ চাই বান্দা চিঞৰি উঠিল। নাওখনত বঠা মাৰি অহা চাৰিটা নাৱৰীয়াৰ ভিতৰৰ এটা নাই। এটা নাৱৰ ভিতৰত পৰি আছে। লগে লগে নাৱৰ ভিতৰলৈ চাই কৰবীৰেও বিকটভাৱে চিঞৰি উঠিল, নাৱত বিজয় নাই।

সন্ধিয়াৰ ক্ষীণ অন্ধকাৰ আৰু পাৰাপাৰহীন ভাৰত মহাসাগৰৰ শান্ত বায়ু কঁপাই প্ৰৌঢ় পিতৃ-সম ৰণবীৰে চিঞৰিলে—"বিজয়! বিজয়!!"

হঠাৎ নাওখনৰ সামান্য উত্তৰে এটা মানুহৰ মূৰ পানীৰ ওপৰলৈ ওলাই আকৌ লগে লগে বুৰ গ'ল। বান্দা আৰু ৰণবীৰ দুয়ো একেলগে চিঞৰি উঠিল আৰু আগপাছ নুগুণি ৰণবীৰ সেইঠাইত জপিয়াই পৰিল। বান্দাই খৰ-খৰকৈ নাওখন তালৈ চপাই আনিলে। লগে লগে ৰণবীৰে মানুহটোৰ চোলাত ধৰি নাওখনৰ ওচৰলৈ চপাই আনিলে। দুয়োকো বান্দাই নাৱত তুলি ল'লে।

পানী খোৱা নাছিল যদিও বিজয়ে জ্ঞান হেৰুৱাই পেলাইছিল। নাৱত শুৱাই দি তেওঁৰ জ্ঞান ঘূৰাই আনিবৰ কাৰণে দুয়ো উঠি-পৰি লাগিল। ইপিনে প্ৰসাদ আৰু সেই নাৱৰীয়াটোৱে চেতনা ঘূৰাই পাই নাৱত বহিছে। পানী গৰম কৰি সেক-পোতক দিয়া হ'ল। বান্দাই সিহঁতৰ নিয়মমতেও জ্ঞান ঘূৰাই আনিবলৈ চেষ্টা কৰি চালে। কিন্তু বিজয় একেদৰেই পৰি থাকিল। নাৱৰ ভিতৰৰ কোঠালৈ নি বিজয়ক বিচনাত শুৱাই দিয়া হ'ল।

শান্ত সাগৰখনৰ ওপৰেদি যদিও নাওখন চলি গৈছে, তথাপিও তাৰ প্ৰাণৰ গতি যেন স্তব্ধ। বান্দাই নাৱৰ গুৰি ধৰিব লাগে কাৰণে ধৰিছে। তাৰ মন এই অভাৱনীয় দুৰ্ঘটনাত ভাঙি পৰিছে।

অৱশেষত ভগৱানৰ অসীম দয়া আৰু ৰণবীৰৰ বিৰামহীন শুশ্ৰূষাৰ ফলত বিজয়ে লাহে লাহে জ্ঞান ঘূৰাই পালে। মূৰৰ কাষত অলি থকা লেমৰ ক্ষীণ পোহৰত ওঠ দুটা কঁপাই বিজয়ে মাতিলে—"দদাইদেউ।"

চকুৰ লোতক মচি ৰণবীৰ আনন্দত চিঞৰি উঠিল—"বাছা!!"

ইয়াৰ পিচত কেইটামান দিন কোনো ধৰণৰ সাগৰীয় বিপদ আপদে বিজয়হঁতৰ এই দুঃসাহসিক যাত্ৰাত বিঘিনি নঘটালে। এইদৰে যোৱাৰ পিচত এদিন হঠাতে তেওঁলোকে এটা ডাঙৰ দ্বীপ দেখিবলৈ পালে। দেখাৰ লগে লগে বিজয় বেছ উত্তেজিত হৈ পৰিল। কাৰণ এই বৃহৎ

ঝাপটো পাবহেঁ ইয়াৰ পিচফাললৈ যাব পাৰিলেই সেই ৰহস্যজনক দ্বীপটো বোধকৰো চকুত পৰিব। ভবাৰ লগে লগেই বিজয় চঞ্চল হৈ পৰিল আৰু বান্দাক খৰকৈ নাও বাই যাবলৈ ক'লে। কিন্তু তেতিয়া খৰকৈ নাও বোৱাৰ সাধ্য বান্দাইতৰ নাছিল। কাৰণ সেই দ্বীপটোৰ পৰাই সাগৰ তলিৰ অদৃশ্য পাহাৰবোৰ আছে। সেই পাহাৰৰ চূড়া-বিলাকৰ পৰা নাওখন বচাবৰ কাৰণেই নাওখন অতি সাৱধানে দ্বীপটোৰ কাষে কাষে নিবলগীয়া হৈছিল। সামান্যভাৱে অসাৱধান হ'লেই নাওখনে পানীৰ তলত থকা পাহাৰত খুন্দা মাৰিব আৰু তাৰ পৰিণতি কি হ'ব— ভাবিলেই বান্দাৰ বুকুখন কঁপি উঠে। ভাৰত মহাসাগৰৰ আটাইতকৈ বেয়া ঠাই এইখিনিয়েই বুলি সি তাৰ অভিজ্ঞতাৰে জানে। কেৱল পানীৰ তলৰ বিপদেই নহয়—এই ঠাইখিনিত থকা দ্বীপটোত অসংখ্য বন্যপ্ৰাণীও আছে। বিশেষকৈ ডাঙৰ বাঘ। আনহাতে পানীৰ তলতো আছে ঘৰিয়াল। আজি কিছু বছৰৰ আগতে সি এই দ্বীপটোলৈ কেবাজনো ইংৰাজক লৈ আহিছিল। আজিও সেই কথা ভাবিলে বুকুখন কঁপিবলৈ ধৰে।

দ্বীপটোৰ কাষে কাষে যোৱাৰ লগে লগে বান্দাই বিজয় আৰু ৰণবীৰক সাৱধান কৰি দিলে —"এই ঠাইখিনি খুব সাৱধানে আৰু লাহে লাহে যাব লাগিব। বন্দুক লৈ তোমালোক সাৱধান হৈ থাকিবা। কেতিয়া কোন ফালৰ পৰা কি বিপদ আহে ঠিকনা নাই।"

খুব লাহে লাহে নাওখন যাবলৈ ধৰিলে। গছ-গছনিৰে ভৰা এই দ্বীপটোৰ শোভা মনোমুগ্ধকৰ। প্ৰাকৃতিক ফবেষ্ট অফিচাৰ ৰণবীৰৰ মনটো লক্‌লকাই উঠিল। একে জাপেই দ্বীপটোলৈ নামি গৈ এই নিবিড় সেউজীয়া গছ-গছনিৰ মাজত যেন নিজকে মিহলাই দিব। এই বিৰাট দ্বীপটোৰ মাজত চাগৈ কিমান আপুকগীয়া আৰু নতুন জাতৰ গছ আছে আৰু কত ধৰণৰ অৰ্কিড আছে···। কিন্তু এই ভাৱনাৰ সূত্ৰ হেৰাই গ'ল, যেতিয়া এটা ডাঙৰ হৰিণা হাবিৰ মাজৰ পৰা লৰ মাৰি ওলাই আহি তাৰ শিংজোৰ খিয় কৰি সাগৰৰ পিনলৈ চালে। আনন্দত বিজয় চিঞৰি উঠিল—

"দদাইদেউ—"

বিজয়ৰ মনোভাৱ বুজিব পাৰি ৰণবীৰে কৈ উঠিল—"সেইবোৰ নকৰিবি বিজয়! সেইটো মাৰিলে এনেয়েহে হত্যা কৰা হ'ব। তাক আনিবি কেনেকৈ?"

ৰণবীৰৰ কথা শেষেই নহ'ল। চকুৰ পচাৰতে প্ৰচণ্ড হুঙ্কাৰ তুলি এটা তাণ্ডৱ ঢেকীয়াপতীয়া বাঘ আহি হৰিণাটোৰ ওপৰত জপিয়াই পৰিল। উত্তেজিত বিজয়ে বন্দুকটো হাতত তুলি ল'লে। কিন্তু ৰণবীৰে বন্দুকটোত খাপ মাৰি ধৰি চিঞৰি উঠিল—"নেমাৰিবি"।

"কিন্তু দদাইদেউ"।

"ইয়াত কোনো 'কিন্তু' নাই। মই জীৱ-জন্তুৰ কথা তোতকৈ মই বেছি জানো। য'তে ত'তে গুলী কৰিলে বিপদ আছে ।"

পিচদিনা নাওখন লাহে লাহে দ্বীপটোৰ সন্মুখৰ অংশ পাৰ হৈ কাষৰ অংশত সোমাল। নাও মন্থৰ গতিতেই গৈ আছে।

দ্বীপটোৰ এইটো অংশ ঘূৰিব পাৰিলেই বোধকৰো প্ৰকৃত দ্বীপটো চকুত পৰিব। তাকে পাবলৈকে দিনবোৰ নেবায় দুপুৱাই যেন লগা হৈছে। দুপৰীয়া সময়লৈকে নাওখন ঠিকমতেই গৈ আছিল। বান্দাৰ ওচৰত আছিল ৰণবীৰ। সেই ধুমুহা-বতাহৰ দুৰ্যোগৰ পিচৰে পৰা ৰণবীৰৰ মনটো অস্বস্তিৰে ভৰি আছে। সেইদিনটোৰ কথা মনত পৰিলে বুকুখন কঁপিবলৈ ধৰে। ভগৱানৰ অসীম দয়া। ন'হলে—বিজয় সেই-দিনা নিশ্চিত মৃত্যুৰ হাতৰ পৰা কেতিয়াও ৰক্ষা নপৰিলহেঁতেন। কিন্তু এই অভিযানত এটা নাৱৰীয়া হেৰুৱাবলগীয়া হোৱাটো কম দুৰ্ভাগ্যৰ কথা নহয়। মৃত্যু-মুখত পৰা সেই নাৱৰীয়াটোৰ কথা বান্দাই বৰকৈ কোৱা নাই যদিও মানৱীয়তাৰ ফালৰ পৰা মৃতকৰ পৰিয়ালৰ বান্দাৰ হাতত্তেই কিবা এটা ক্ষতিপূৰণ নিশ্চয় দিব লাগিব। কথাবোৰ ভবাৰ লগে লগে ৰণবীৰে অকলে হাঁহিলে। কাৰণ ক্ষতিপূৰণ দিয়াৰ কথা যে তেওঁ ভাবিছে—সেই দেওলগা অৰ্থাৎ সেই ৰহস্যজনক দ্বীপটোৰ পৰা জানো তেওঁলোক ঘূৰি আহিব পাৰিব? এই মহাসাগৰৰ যেই কোনো

এঠাইত যে তেওঁলোকৰ মৃত্যু অৱশ্যম্ভাৱী তাত জানো সন্দেহ কৰিবলগীয়া কিবা আছে ? বাৰে বাৰে মৃত্যুক কিমান দিন বাধা দিব পাৰিব ?

এটা বিকট হুঙ্কাৰত ৰণবীৰৰ ভাবৰ গতি ছেদেলি-ভেদেলি হৈ গ'ল। লগে লগে তেওঁৰ চকু পাৰলৈ গ'ল। এহাল বাঘ। লগত ছুটা পোৱালী। সিহঁতক কিন্তু বেছি সময় চাই থাকিবলৈ ৰণবীৰে সময় নেপালে। কোনো আস্ফালন নকৰাকৈ মতা-মাইকী বাঘহালে পানীত জপিয়াই পৰি নাওখনৰ পিনে চোঁচা লৈ বিশ্বাশৰদে আহিবলৈ ধৰিলে। বান্দাৰ কণ্ঠৰ পৰা তীব্র চিঞৰ ওলাই আহিল "হুঁচিয়াৰ"।

ইমান কোবত সিহঁত আহিবলৈ ধৰিছিল যে উপায় নেপাই ৰণবীৰে সিহঁতলৈ বন্দুক টোৱাঁলে। আকাশ-বতাহ কঁপাই ৰণবীৰৰ বন্দুক গৰজি উঠিল। বন্দুকৰ গুলী মাইকী বাঘজনীৰ গাত লাগিল। তাই পানীত ডুব গ'ল আৰু পানী তেজেৰে ৰাঙলী হৈ পৰিল। কিন্তু ইটো বাঘ ক্ষান্ত নহ'ল। পৰম বিক্রমেৰে চকুত দুগুণ প্ৰতিহিংসা লৈ আগুৱাই আহিবলৈ ধৰিলে। ইতিমধ্যে বন্দুকৰ শব্দ শুনি বিজয় ৰণবীৰৰ কাষত থিয় হৈছিল।

ইফালে ৰণবীৰে ওপৰা-ওপৰিকৈ বাঘটোৰ গালৈ কেবাটাও গুলী মাৰিছে। কিন্তু কি আচৰিত! এটা গুলীও তাৰ গাত লগা নাই। গুলীটো মৰাৰ লগে লগে বাঘটোৱে পানীৰ তলত বুৰ মাৰি দিয়ে। ক্ষিপ্ৰ গতিৰে বাঘটো নাৱৰ ওচৰলৈ আহিছে। এই মুহূৰ্ত্তত বাঘটোক ৰখাব নোৱাৰিলে নাৱত থকা প্ৰতিটো মানুহৰ মৃত্যু অনিবাৰ্য্য।

বিজয়ে তৎক্ষণাৎ দদাইদেউৰ হাতৰ পৰা বন্দুকটো আজুৰি আনি বাঘটোলৈ টোৱাঁই দিলে। কিন্তু গুলী কৰাৰ ঠিক আগে আগে বাঘটো এটা বিকট চিঞৰ মাৰি পানীত বৈ গ'ল। কি হ'ল! তাৰ চকুৱে মুখে আতঙ্কৰ চিন ফুটি উঠিল। সি উভতি আকৌ পাৰৰ পিনে চোচা ল'লে। কিন্তু যি প্ৰচণ্ড গতিত সি নাৱৰ পিনে আহিছিল—একেটা গতিতে পাৰৰ পিনে সি যাব নোৱাৰিলে। কিবা এটাই যেন তাৰ গতিত বাধা দি আছে। তথাপিও আপ্ৰাণ শক্তিৰে তাৰ ঠেঙত ধৰি বাধা দিয়া বস্তুটোক

টানি আজুৰি সি পাৰত উঠিল। তাৰ লগে লগে তাৰ ঠেঙত কামুৰি থকা এটা ডাঙৰ ঘৰিয়ালো পাৰত উঠিল।

ৰণবীৰ আৰু বিজয়ৰ কাৰণে এইটো এটা আচৰিত দৃশ্য। প্ৰসাদ থৰথৰকৈ কঁপি নাৱত বহি পৰিল। বাঘটোৱে ভীষণ জোৰেৰে তাৰ ঠেংখন একৰাবলৈ চেষ্টা কৰিলে। ঘৰিয়ালটোৱেও কিন্তু অসীম বিক্ৰমেৰে তাৰ মৰকামোৰ এৰি দিয়া নাই। দুয়োটাই মাটিত বাগৰি পৰিছে।

কি অভূতপূৰ্ব যুদ্ধ! এনেকুৱা যুঁজ চোৱাৰ ভাগ্য এই পৃথিবীত খুব কম মানুহৰহে মিলে। বাঘটোৱে তাৰ ঠেংখন একৰাবলৈ এবাৰ ঘৰিয়ালটোৰ ডিঙিৰ কোমল অংশত কামোৰ বহুৱাই দিলে। ঘৰিয়ালো এৰি দিয়া ভকত নাছিল। সিয়ো তাৰ কাঁইট থকা নেজেৰে বাৰে বাৰে বাঘক প্ৰত্যাঘাত কৰিবলৈ ধৰিলে। চাৰিওফালে তেজেই তেজ হৈ পৰিল। পাৰৰ পৰা বৈ আহি সাগৰৰ পানী তেজেৰে তুমুৰলী দিলে। বাঘৰ গোজৰনি আৰু ঘৰিয়ালৰ নেজৰ দপ্‌দপনিয়ে যেন মাটি পানী কঁপাই তুলিলে।

ৰণবীৰ আৰু বিজয়ৰ হাতৰ বন্দুক হাতত্তেই থাকিল। কেতিয়াও নেদেখা এনেকুৱা আপুৰুগীয়া দৃশ্য দেখি দুয়ো বোবা হৈ পৰিছিল। তেওঁলোকৰ চকুত বিস্ময়। বান্দাৰ হাতত গুৰিবঠা স্থিৰ। তাৰ মুখখন মেল খোৱা। অলপধতুৱা প্ৰসাদ বোধকৰো ইতিমধ্যে মূৰ্চ্ছা গৈছে।

বহুত সময় এই প্ৰবল যুদ্ধ চলাৰ পিচত অৱশেষত সিহঁত ক্ষান্ত হ'ল। ক্ষান্ত হবলৈ বাধ্য হ'ল, কাৰণ সিহঁতৰ শক্তি বোধকৰো নিঃশেষ হৈ পৰিছিল। তেজৰ ওপৰতেই দুয়ো লাহে লাহে মাটিত ঢলি পৰিল।

ইমান সময় নাওখনো যেন স্তব্ধ হৈ গৈছিল। ৰণবীৰ, বিজয় আৰু বান্দা তিনিও তিনিওৰে মুখলৈ চালে। নাও আকৌ চলিবলৈ ধৰিলে।

পিচদিনা খুব পুৱাতে নাওখন দ্বীপটো ঘূৰি পিচফালে ওলালগৈ আৰু দূৰৈত সুউচ্চ শৃঙ্গ থকা পাহাৰৰ এটা দ্বীপ সকলোৰে চকুত পৰিল। এই দ্বীপটো দেখাৰ লগে লগে ৰণবীৰ আৰু বিজয় দুয়ো আকৌ উত্তেজিত হৈ পৰিল। তেতিয়া ৰ'দৰ পোহৰ পাহাৰটোত পৰা নাছিল।

ইফালে সেই পাহাৰটো দৃষ্টিৰ ভিতৰলৈ অহাৰ লগে লগে বান্দা আৰু নাৱৰীয়া কেইটাৰ মুখকেইখন আতঙ্কত ভৰি পৰিল। সেই পাহাৰটো কমেও পাঁচমাইলমান দূৰৈত হ'ব। সেই পাহাৰটোৰ অনতি-দূৰত আন এটা সৰু দ্বীপ আছে।

লাহে লাহে নাওখনে এই বৃহৎ দ্বীপটোৰ পৰা আঁতৰি মাজ সাগৰৰ পানীৰ পিনে যাবলৈ ধৰিলে। নাওখনৰ গতি যেন সামান্য বাঢ়িল। নাওখনত থকা মানুহৰ কাৰো মুখত কোনো কথা নাই। কিবা এটা কৌতূহলোদ্দীপক উত্তেজনাত সকলোৱে মনে মনে আহি আছে। নাও যিমানেই আগুৱাবলৈ ধৰিলে দূৰৈত থকা সেই ওখ পাহাৰটোও ওচৰ চাপি আহিবলৈ ধৰিলে।

তেতিয়া ৰাতিপুৱাৰ সূৰ্য্যৰ প্ৰখৰ ৰশ্মি চৌদিশে বিয়পি পৰিছে। সাগৰৰ ঢৌবোৰ ৰ'দৰ পোহৰত জিক্‌মিকাই উঠি এটা অপূৰ্ব শোভাৰ সৃষ্টি কৰিছে। অপলক নয়নে বিজয় আৰু ৰণবীৰে সেই অদূৰত থকা দ্বীপটোৰ পাহাৰৰ ওখ শৃঙ্গটোলৈ চাবলৈ ধৰিলে। কিন্তু ক'তা! বগা শিলছটাৰ পৰা চিক্‌মিকাই থকা সেই উজ্জ্বল পোহৰ দেখোন নাই। তেন্তে সেইটো পাহাৰ নহয়নেকি! তেওঁলোকৰ গোটেই অভিযানটোৱেই ভুল হৈ গ'লনেকি! বিজয়ে বান্দা আৰু নাৱৰীয়াকেইটালৈ চালে। সিহঁতে একান্তমনে নাও বাই গৈছে। ভুলতো সেই পাহাৰটোৰ পিনলৈ চোৱা নাই। বিজয় আৰু ৰণবীৰ দুয়ো চিন্তান্বিত হৈ পৰিল। বিজয়ে ৰণবীৰক সুধিলে—

"দদাইদেউ! মই একো ধৰিব পৰা নাই। আমাৰ ভুল হ'লনেকি?"

"ময়ো তাকেই ভাবিছো বিজয়! কিন্তু মেপ আৰু কম্পাচৰ মতেৰে আমাৰতো ভুল হ'ব নালাগিছিল। তাৰোপৰি বান্দাহঁতলৈ চাচোন। সিহঁতে সেই পাহাৰটোৰ পিনে এবাৰো চোৱা নাই। গতিকে…"

"কিন্তু দেউতাৰ চিঠিত বৰ্ণনা কৰা মতে আৰু ইহঁতে কোৱা মতে জিলিকি থকা পাহাৰটো ক'ত?"

"মোৰো প্ৰশ্ন সেইটোৱেই বিজয়…"

এইবিষয়ে বান্দাক প্ৰশ্ন কৰাৰ কোনো উপায় নাছিল। কাৰণ ৰাভিপুৱা সেই পাহাৰটো চকুত পৰাৰ পিচৰে পৰা বান্দাইঁতে এটা আচৰিত ধৰণৰ মৌনতা অৱলম্বন কৰিছে।

এটা নিৰৱ আৰু নিস্তব্ধ পৰিবেশৰ মাজত আশঙ্কাভৰা অন্তৰ এখনেৰে ৰণবীৰ আৰু বিজয় এসময়ত সেই সৰু দ্বীপটোৰ কাষ চাপিলগৈ। তেতিয়া আবেলি হওঁ হওঁ। সেই দ্বীপটোত গছগছনি বুলিবলৈ কলগছৰ বাহিৰে একোৱেই নেদেখিলে। মানুহ থকাৰ চিনো নাই। জীৱ-জন্তুও নাই যেন লাগিল। পাৰত নাওখন লগাই বান্দা আৰু নাৱৰীয়াকিটাই যেন এটা স্বস্তিৰ নিশ্বাস পেলালে। পূৰ্বৰ বন্দৱস্তমতে এই দ্বীপটোৱেই সিহঁতৰ গন্তব্য স্থান।

পাৰৰ এটা সুবিধাজনক ঠাইত নাওখন চপাই পাৰৰ কলগছ এজোপাত বন্ধা হ'ল। বিজয়হঁত পাৰত নামিল। ঠিক লগে লগে ক'ৰবাৰ পৰা এজাক বান্দৰ বিকট শব্দ কৰি জাক বান্ধি আহিল। লগে লগে সিহঁতে গোটেই মানুহজাকক বেঢ়ি ধৰিলে। বান্দৰহঁতৰ এই কাৰ্য্য ইমান আচম্বিত আৰু আকস্মিক আছিল যে ৰণবীৰ, বিজয়হঁত ভয়ত কঁপি উঠিল।

সিহঁত সংখ্যাত এশ ডেৰশতকৈ কম নহয়। এই নতুন উপসৰ্গই তেওঁলোকক বিতত কৰি তুলিলে। এই দ্বীপটোত বান্দৰৰ বাহিৰে আন জন্তু একোৱেই নাইনেকি? বান্দৰৰ এনেকুৱা বিপুল বাহিনী আগতে বিজয়ে কেতিয়াও দেখা নাই। আনকি ইমান বছৰে ফৰেষ্ট বিভাগত কাম কৰিও ৰণবীৰৰ এনে ধৰণৰ অভিজ্ঞতা হোৱা নাছিল। বান্দাইঁতেও বোধকৰো এনেকুৱা ধৰণৰ অৱস্থাৰ সন্মুখীন কেতিয়াও আগতে হোৱা নাছিল।

ইতিমধ্যে সিহঁতৰ সংখ্যা আৰু বাঢ়ি গ'ল আৰু মানুহজাতীয় প্ৰাণী-কিটাৰ নিঃসহায় অৱস্থা দেখি সিহঁতে আক্ৰমণাত্মক ভূমিকা গ্ৰহণ কৰিলে কথা বিসঙ্গতি দেখি ৰণবীৰে 'বিজয় ৰে'ডি হ' বুলি চিঞৰি উঠিল আৰু বন্দুকটো আকাশৰ পিনে টোৱাঁই ল'লে। বিজয়েও বন্দুক সাজু কৰিলে।

সিহঁতৰ বজাটোৱে থেক্‌থেকাই আগ বাঢ়ি আহি নাৱৰীয়া এটাৰবাহুটোত আচুৰি দিলে। ৰণবীৰে লগে লগে 'ফায়াৰ' বুলি কৈ ওপৰলৈ একজাঁই মাৰি দিলে। বিজয়ৰ বন্দুকটোও গৰজি উঠিল। এই দুই জাঁই গুলীয়ে গোটেই সমস্যাটো আচৰিত ধৰণে সমাধান কৰি দিলে। বান্দৰৰ বাহিনী চকুৰ পচাৰতে ফৰিং-চিটিকাদি ভয় আৰু আতঙ্কৰ চিঞৰেৰে হাবিৰ মাজত নাইকিয়া হৈ গ'ল। সকলোৰে মুখত বিশেষকৈ বান্দা, নাৱৰীয়াকেইটা আৰু প্ৰসাদৰ মুখলৈ যেন পানী আহিল। এতিয়া বান্দৰ আৰু সতকাই এই ফাললৈ নাহে।

বান্দৰ থকা দ্বীপতেই কলগছৰ সমাবেশ। ৰণবীৰৰ মনটো ভাল লাগি গ'ল। ভগৱানৰ কি বিচিত্ৰ লীলা! কলগছবোৰ দেখি তেওঁৰ মনত হঠাতে এটা ভাব খেলাই গ'ল। মনটো আশাৰে ভৰি পৰিল। কিন্তু সেই মুহূৰ্তত তেওঁ মনৰ ভাব কাৰো আগত প্ৰকাশ নকৰিলে। বনবীয়া কলৰ থোকবোৰ দেখি ইফালে প্ৰসাদৰ ৰং চায় কোনে? ৰণবীৰে ধমকি এটা দিয়াত তাৰ উৎসাহত চেঁচা পানী পৰিল। তাৰ সলনি সি নাৱৰ পৰা বস্তু বেহানি নমাই পাৰত ভালকৈ বন্ধা-বঢ়াৰ ব্যৱস্থা কৰিলে। ইফালে বান্দাইঁত আকৌ নিৰুৎসাহ আৰু নীৰৱ হৈ পৰিছে। কিবা এটা আতঙ্ক আৰু ভয়ৰ ছাঁ যেন সিহঁতৰ ওপৰত পৰিছে। ইয়াৰ পৰা প্ৰায় এমাইলমান দূৰৈত থকা সেই ৰহস্যময় দ্বীপটোলৈ সিহঁতে চোৱা নাছিল।

সেই পাহাৰটো তেওঁলোকে বিচাৰি অহা দ্বীপ হয় নে নহয় সেই বিষয়ে এতিয়াও ৰণবীৰ আৰু বিজয়ৰ মনৰ পৰা সন্দেহ যোৱা নাই। এই সৰু দ্বীপটো ভালকৈ চাই ল'বৰ কাৰণে বিজয় উৰাউল হৈ পৰিল। ৰণবীৰ আৰু বিজয় দুয়ো তেওঁলোকৰলগত যাবলৈ বান্দাক লগ ধৰিলে। বান্দাই তীব্ৰভাবে মূৰটো জোকাৰি এই দ্বীপটোৰ সিটো পাৰলৈ যাবলৈ কোনো-মতেই মান্তি নহ'ল।

উপায় নেপাই দুয়ো দ্বীপটোৰ পাৰে পাৰে যাবলৈ ধৰিলে। কিছুদূৰ যোৱাৰ পিচত দ্বীপটোৰ পাক এটা ঘূৰাৰ লগে লগেই এটা আলৌকিক দৃশ্য তেওঁলোকৰ চকুত উদ্ভাসিত হৈ পৰিল। সেই এমাইল মান দূৰৈত

থকা পাহাৰটোৰ শৃঙ্গৰ পৰা এটা উজ্জ্বল জ্যোতি ওলাই আহিছে। চকুত ছাট মাৰি ধৰা পোহৰ। চাই থাকিব নোৱাৰি। আনন্দৰ উত্তেজনাত বিজয় চিঞৰি উঠিল—"দদাইদেউ!!" পঞ্চাশ বছৰীয়া ৰণবীৰো কম আচৰিত আৰু কম উত্তেজিত হোৱা নাছিল—"বিজয়! এয়ে সেই পাহাৰ, সেই দ্বীপ আৰু সেয়ে আমি ইমানদিনে বিচাৰি অহা পুষ্পক নগৰ।"

"আমাৰ ভুল হোৱা নাই তেনেহ'লে দদাইদেউ!" এতিয়া ৰণবীৰ আৰু বিজয়ে বুজি পালে বান্দাইঁত এই ফাললৈ কেলেই আহিব খোজা নাছিল। ইমান ডাঙৰ এটা আবিষ্কাৰৰ পিচত এই সৰু সামান্য দ্বীপটো চোৱাৰ হেঁপাহ তেওঁলোকৰ নাইকিয়া হৈ গ'ল।

এতিয়াই যেন উৰামাৰি সেই দ্বীপটোত পৰিবলৈ বিজয় ব্যাকুল হৈ পৰিল। লখমলবিকৈ ছুয়ো প্ৰসাদহঁত থকা ঠাইলৈ ঘূৰি আহিল।

ৰণবীৰ আৰু বিজয়ৰ চকুৰে মুখে উত্তেজনা দেখি বান্দাৰ মুখখন বেছি আতঙ্কগ্ৰস্ত হ'ল।

উত্তেজিত বিজয়ে পোনে পোনেই বান্দাক ক'লে—"বান্দা, তই আমাক এতিয়াই সেই দ্বীপটোলৈ লৈ যাব লাগিব।"

সি মুখেৰে একো মাতিব নোৱাৰিলে। আতঙ্কত কঁপিবলৈ ধৰিলে। এনেকুৱা পৰিস্থিতি হ'ব বুলি সি বহু আগৰ পৰাই আশঙ্কা কৰি আছিল।

"তইঁতে যি বিচাৰ তাকেই দিম—যিমান টকা বিচাৰ সিমানেই পাবি..."

বিজয়ৰ প্ৰশ্নৰ উত্তৰ নিদি ৰণবীৰৰ মুখলৈ আকুল দৃষ্টিৰে বান্দাই চালে।

বিজয়ে আকৌ চিঞৰি উঠিল,—"যাবিনে নেযাৱ কৈ দে। নেযাৱ যদি বন্দুকৰ গুলীত তইঁত আটাইকেইটাক শেষ কৰি দিম। ক ...।" বিজয়ে বন্দুক দাঙি ল'লেই।

ৰণবীৰে বন্দুকটো আঁতৰাই দি চিঞৰিলে—"বিজয়! তই কি অবিবেচকৰ নিচিনা কাম কৰিব খুজিছ? সিহঁতৰ লগত কি বন্দুক আছিল পাহৰি গ'লি নেকি?..."

বিজয় ক্লান্ত হ'ল। বান্দা সেই দ্বীপটোলৈ যাবলৈ কোনোমতেই সম্মত নহ'ল। লাখ টকা দিলেও সি তালৈ যাব নোৱাৰিব। তাৰ সলনি অন্য যি কাম কৰি দিব লাগে, সিহঁতে কৰিব। আনকি সি এইটোও ক'লে যে যদি বিজয়হঁত সেই ভয়াবহ দ্বীপটোলৈ যায়, তেন্তে ৰণবীৰহঁতৰ নির্দেশমতে তেওঁলোকৰ কাৰণে সিহঁতে কিছুদিন এইদ্বীপটোত বাট চাব। উপায় নেপাই বিজয়ে বান্দাৰ কথা মানি ল'বলগীয়াত পৰিল। কিন্তু নাও নোহোৱাকৈ তালৈ যাব কেনেকৈ ?

তেতিয়া ৰণবীৰে অতি সহজতে এই সমস্যা সমাধান কৰি দিলে। কলগছবোৰ দেখিয়েই ৰণবীৰৰ মনত এই ভাবটো খেলাইছিল। কলগছেৰে এখন আহল-বহল আৰু শক্তিশালী ভূৰ সজাৰ কথা ৰণবীৰে ক'লে। কথাটো শুনি বিজয় আনন্দত জপিয়াই উঠিল।

লগে লগে প্রচণ্ড উৎসাহেৰে কলগছ কাটি ভূৰ সজাৰ কাম আৰম্ভ কৰি দিয়া হ'ল।

পিচদিনা ৰাতিপুৱা ভূৰখন সাজু কৰা হ'ল। এই দ্বীপটোত বান্দাহঁতৰ লগতে প্রসাদকো থৈ যোৱাৰ কথা বিজয়ে ভাবিছিল। কিন্তু প্রসাদে যি ধৰণে কেৰ স্নেৰ. কৰিলে তাকো লগত নিবলৈ বাধ্য হ'ল। সি লগত পানী, ফ্লাস্কত কফি আৰু বিস্কুট আদি শুকান খোৱা বস্তু যিমান পাৰে ল'লে।

ইফালে বান্দাহঁতৰ কাৰণে পোন্ধৰ-কুৰি দিনৰ খোৱা বস্তু আৰু লগত বন্দুক এটা দি বিজয়হঁতে সিহঁতক সেই দ্বীপটোত ৰ'বলৈ ক'লে। যদি নির্দিষ্ট সময়ৰ ভিতৰত বিজয়হঁত ঘূৰি নাহে তেন্তে সিহঁতক ঘূৰি যাবলৈকো ক'লে।

সেই দেওলগা দ্বীপটোলৈ নাবাবলৈ বান্দাই শেষবাৰৰ কাৰণে বিজয়হঁতক কৈ চাইছিল। কিন্তু কোনো ফল নধৰিলে। বিজয়হঁত যাতে আকৌ সুকলমে ঘূৰি আহিব পাৰে তাৰবাবে সি আকাশলৈ চাই অদৃশ্য ভগৱানৰ ওচৰত চিঞৰি চিঞৰি প্রার্থনা জনালে।

...সাগৰৰ পানী তেতিয়া শান্ত আছিল। এই এমাইল বাট ভূৰখনে

কোনো বিপদ নঘটোৱাকৈ সেই ৰহস্যময় দ্বীপটোৰ কাষ চপাই দিলে। তেতিয়া সেই পাহাৰটো স্পষ্ট হৈ পৰিছে। সেই বগা শিলটোৰ পৰা ওলোৱা পোহৰটো যেন বেছি উজ্জ্বল হৈ পৰিছে।

বিজয়ইঁতে ভুৰখনৰ পৰা দেখিলে দূৰৰ পৰা পাহাৰটো যিমান ওচৰত বুলি ভাবিছিল আচলতে সিমান ওচৰত নহয়। পাহাৰটো দ্বীপটোৰ বেছ মাজলৈ। পাহাৰটোৰ নামনি অংশ পাবৰ কাৰণে এখন অটব্য হাবি পাৰ হৈ যাব লাগিব। বহুতো ধৰণৰ গছ-গছনিৰে সেই হাবিখন ডাঠ যেন লাগিল।

॥ চাৰি ॥

ৰণবীৰে ক'লে—"পাৰত ভৰি দিয়াৰ লগে লগেই সাৱধান হ'বি বিজয়। সামান্য অসাৱধান হলেই ভয়ঙ্কৰ অঘটন ঘটি যাব পাৰে। প্ৰসাদ! তই আমাৰ মাজত থাকিবি।"

ৰণবীৰ আৰু বিজয়ৰ কান্ধত বন্দুক আৰু কাৰ্টিজ। প্ৰসাদৰ কান্ধত এটা ডাঙৰ বেগ

ভূৰথন পাৰত লগাই ইমানদিনৰ ইপ্সিত আৰু পূৰ্বপুৰুষৰ ৰহস্যজড়িত দ্বীপটোত তিনিও ভৰি দিলে। এই তিনিওটি প্ৰাণীৰ কপালত কি লিখা আছে সেই মুহূৰ্তত কোনেও নেজানিলে। ভূৰখন পাৰৰ গছ এজোপাত বন্ধা হ'ল।

পাৰৰ মাটিবোৰ একেবাৰে পলসুৱা। গতিকে বৰ সাৱধানে সেইখিনি ঠাই পাৰ হ'বলগীয়া হৈছিল। এবাৰ হঠাৎ অসাৱধান হোৱাৰ কাৰণে প্ৰসাদৰ ভৰি এখন সেই মাটিত আঠুলৈকে সোমাই গৈছিল। সি চিঞৰ-বাখৰ কৰাত বিজয়ে থাপ মাৰি তাৰ হাত এখনত ধৰি আজুৰি তুলিলে। প্ৰসাদৰ ওপৰত ভীষণ খং উঠিছিল যদিও বিজয়ৰ তেতিয়া খং কৰাৰ সময় নাছিল। কাৰণ তেওঁৰ মনটো তেতিয়া কৌতূহল আৰু উত্তেজনাত ভৰি আছিল।

তাৰপিচত কোনো মাত বোল নকৰাকৈ তিনিও সেই হাবিত প্ৰৱেশ কৰিলে। যিমানেই হাবিৰ মাজলৈ সোমাবলৈ ধৰিলে সিমানেই গছ-গছনিবোৰ বেছি যেন লাগিল। কিন্তু আচৰিত কথা, ক'তো চৰাই-চিৰিকতিৰ মাত নাই। চাৰিওফালে এটা ৰহস্যৰ পৰিবেশ। হাবিৰ মাজত এটা ক্ষীণ লুং-লুঙীয়া বাটো আছে।

এই দ্বীপটোত নিশ্চয় প্ৰাণী আছে, যি এই বাটটোৱেদি অহাযোৱা কৰে। সেই বন্যপ্ৰাণীবোৰ ক'ত? মানুহ নে জন্তু? যদি মানুহ তেন্তে

সেইবোৰ অৰণ্যবাসী নে পৰ্বতবাসী ? যদি অৰণ্যবাসীয়েই হয়, তেন্তে সিহঁতৰ থকা ঘৰৰ বা গাঁৱৰ কিবা এটা চিনৰ উমান পাব লাগিছিল। তাৰোপৰি সেই মানুহ নিশ্চয় আদিম অৱস্থাৰ হ'ব—যি যুগ যুগ ধৰি এই দ্বীপত বাস কৰিছে।

কাণ আৰু চকু সজাগ কৰি বিজয় আৰু ৰণবীৰ গছ-গছনিৰ মাজে মাজে আগবাঢ়ি যাবলৈ ধৰিলে, তেওঁলোকৰ খোজৰ শব্দৰ বাহিৰে গোটেই অৰণ্যখন নিমাত আৰু নিস্তব্ধ। ডাঙৰ ডাঙৰ গছবিলাকে যেন এই নতুন ধৰণৰ মানুহ তিনিটালৈ নিৰ্বাক হৈ বিস্ময়ৰ দৃষ্টিৰে চাই আছে। সেই গছবিলাকে যেন কৈছে—"তোমালোক যোৱাগৈ—ইয়ালৈ নাহিবা। ইয়াত মৃত্যু আছে।"

হঠাৎ বিজয়ৰ পিচফালে কিবা এটা শব্দ হ'ল। বিজয়ে তৎক্ষণাৎ বন্দুকটো খামোচ মাৰি ধৰি পিচলৈ ঘূৰি চালে। একো নেদেখিলে। কিহৰ শব্দ হ'ল তেনেহ'লে ? কোনোবাই সিহঁতক অনুসৰণ কৰা নাইতো ? বিজয়ৰ মনত জাগি উঠা এই আশঙ্কা তেওঁ প্ৰকাশ নকৰিলে, মনে মনে থাকিল। কিন্তু একেটা ভয়, শঙ্কা আৰু অস্বস্তিয়ে ৰণবীৰৰ মনটোও গোমোঠা কৰি থৈছিল। তিনিও আকৌ নীৰৱে আগবাঢ়ি যাবলৈ ধৰিলে।

এইদৰে প্ৰায় এঘণ্টামান গৈ থকাৰ পিচত তেওঁলোকে পাহাৰটোৰ নামনিৰ কাষ পাওঁ পাওঁ হ'ল। হঠাৎ অনতিদূৰত এটা নিজৰাৰ শব্দ শুনিবলৈ পোৱা গ'ল। আধাঘণ্টামান যোৱাৰ পিচত নিজৰাটো দেখা গ'ল। পাহাৰৰ ওপৰেদি নিজৰাটো বাগৰি আহি তাৰ ফট্‌ফটীয়া পানী নামনিত পৰিছেহি। এই চিনাকি পৰিবেশৰ প্ৰাকৃতিক নিজৰাটো দেখি আৰু তাৰ মাত শুনি যেন তেওঁলোকে স্বস্তি অনুভৱ কৰিলে। এই দ্বীপটোত ভৰি দিয়াৰ লগে লগে এটা অপাৰ্থিৱ পৰিবেশে তেওঁলোকক গিলি পেলাব খুজিছিল। এতিয়া এই শান্ত শীতল নিজৰাটোৱে তেওঁলোকৰ মনত বাহ লোৱা আশঙ্কা আৰু ভীতি ভাৱ বহুখিনি আঁতৰাই পেলালে।

আনন্দত উৎফুল্ল হৈ বিজয় নিজৰাটোৰ ওচৰলৈ লৰ মাৰি গ'ল। লগে লগে গ'ল ৰণবীৰ আৰু প্ৰসাদো। কিন্তু নিজৰাৰ পাৰত তেওঁলোকে ভৰি দিয়াৰ লগে লগে আকৌ আচৰিত হ'ল। তিতা মাটিত কেবাটাও মানুহৰ ভৰিৰ খোজ। খোজকিটা অলপ ডাঙৰ যেন লগা নাইনে? তেন্তে এই দ্বীপত মানু আছে।···আৰু সেইটো আকৌ কিহৰ খোজ? এটা ডাঙৰ বাঘৰ খোজ স্পষ্ট হৈ আছে। অলপ আগতেই বাঘটো ইয়ালৈ আহিছিল। মানুহকিটা অহাও বৰ বেছি দেৰী হোৱা নাই। এতিয়া সিহঁত কলৈ গ'ল। লগে লগে বিজয়ে পিচলৈ ঘূৰি চালে। ছাটকৈ যেন হাবিৰ মাজত কিবা এটা নোহোৱা হৈ গ'ল।

বিজয়ে ৰণবীৰ দদাইদেউলৈ চালে। ৰণবীৰেও চালে বিজয়লৈ। মৌন ভাষা। এই ভাষা দুয়ো বুজি পাইছে।

মনৰ সকলো জড়তা আৰু অস্বস্তিৰ ভাব জাৰি-জোকাৰি দুয়ো নিজৰাৰ পানীত ভালকৈ মুখ হাত ধুই ল'লে। তাৰ পিচত আজলীয়ে আজলীয়ে পানী খালে। উস্! কি তৃপ্তি! শৰীৰ আৰু মনলৈ যেন অসীম বল আহিল। শৰীৰৰ সকলো অৱসাদ যেন নাইকিয়া হৈ পৰিল; মন আনন্দত চঞ্চল হৈ উঠিল। কি আছে পানীত!

প্ৰসাদে ফ্লাস্কৰ পৰা কফি দিছিল। কিন্তু বিজয় আৰু ৰণবীৰে খোৱাৰ প্ৰয়োজনীয়তা অকণো অনুভৱ নকৰিলে। অমৃতৰ পিচত কফি খোৱাৰ জানো কিবা প্ৰয়োজনীয়তা আছে!

ইমান সময় মৌনভাৰ পিচত ৰণবীৰে মাতিলে—"পাহাৰটো পালোহি। আমি এতিয়া কেনি যাম বিজয়? আমাৰ লক্ষ্যস্থান ক'ত?"

"দদাইদেউ আমি এতিয়া পাহাৰটোৰ কাষে কাষে গৈ থাকোঁ। পাহাৰটোৰ সিপাৰে বোলে সেই পুষ্পকনগৰীৰ ভগ্নাৱশেষ আছে। সেই কথা আমাৰ আদিমাতা স্বৰ্ণদেৱীৰ তামৰ ফলিতো আৰু আজি কেইমাহ মানৰ আগতে আইবিচ এন্থ্ৰ'পলজিষ্ট অ'নীলেও উল্লেখ কৰিছিল। গতিকে তালৈ গৈ কথাটো সঁচানে মিছা ঠাৱৰ কৰি লওঁ। তাৰ পিচৰ কাৰ্য্যৰ কথা পিচত ভাবিম।"

"কিন্তু বিজয়, অ'নীলৰ বৰ্ণনাত আৰু এটা কথা আছিল। সেইটো অঞ্চল একেবাৰে মাৰ্চিলেণ্ড অৰ্থাৎ জলাহভূমি। এই অচিন আৰু ৰহস্যপূৰ্ণ দ্বীপৰ জলাহ অঞ্চল কিমান ভয়াবহ হ'ব পাৰে এবাৰ ভাবি চা। তাৰ্লৈ গ'লে আমি আৰু ঘূৰি নাহিবও পাৰো। হয়তো এয়েই আমাৰ শেষ যাত্ৰা।"

"কিন্তু দদাইদেউ, আহিছো যেতিয়া আমি এবাৰ তালৈ যাবই লাগিব। মোৰ ধাৰণা পাহাৰৰ সিপাৰেই সকলো ৰহস্যৰ সন্ধান লুকাই আছে। যিকোনো উপায়েৰে আমি তালৈ যাবই লাগিব। মই অকলে হলেও তালৈ যাম।"

ইয়াৰ পিচত ৰণবীৰৰ ক'বলগীয়া একো নাছিল। কাৰণ বিজয়ে যি কাম কৰিম বুলি এবাৰ সংকল্প লয় তাক তাৰপৰা আঁতৰাই অনাৰ সাধ্য এই পৃথিবীত কাৰোৰেই নাই।

"ব'ল তেনেহলে, এই ফালেদিয়ে পাহাৰৰ কাষে কাষে বোধকৰো যাব লাগিব।"

তাৰপিচত তিনিও আকৌ খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে। কিন্তু কেইখোজমান নৌ যাওঁতেই হঠাতে তেওঁলোক এটা আচৰিত ধৰণৰ বিপদৰ সন্মুখীন হ'ল। কোনো আগজাননী নিদিয়াকৈ হাবিৰ ফালৰ পৰা এটা বিৰাট বাঘ আহি তেওঁলোকক আগভেটি ধৰিলে। বিকট গোজোৰণি মাৰি বাঘটোৱে বৈ দিলে। ভয়ত চিঞৰ মাৰি প্ৰসাদ থৰথৰকৈ কঁপিবলৈ ধৰিলে।

বাঘটো প্ৰকাণ্ড আছিল। ইয়াক মাৰিবলৈ বিজয়ৰ মনটো লক্‌লকাই উঠিল। গুলী কৰিবলৈ তেওঁ বন্দুকটো টোঁৱাই ল'লে। কিন্তু বাঘটোৰ গাত আক্ৰমণ কৰাৰ কোনো লক্ষণ দেখা নগ'ল: এটা যেন উদাসীন ভাব। আকৌ এটা গোজোৰণি মাৰিলে যদিও মানুহ তিনিটালৈ এটা পুতৌৰ চকুৰেহে চালে। এনেকুৱা এটা পৰিস্থিতিৰ মাজত অধৈৰ্য্য হৈ বিজয় চিঞৰি উঠিল—"দদাইদেউ! মই গুলী কৰিম।"

একেটা সুৰতেই ৰণবীৰেও চিঞৰি ক'লে—"নকৰিবি বিজয়। তই বাঘ চিকাৰ নকৰো বুলি কৈছিলি, পাহৰি গ'লি নেকি ?...আগ পিচ ভাবি কাম কৰিবি বিজয়। বন্দুক নমা। মই লক্ষণবোৰ ভাল দেখা নাই। সি আমাক আক্ৰমণ নকৰালৈকে তাক নেমাৰিবি।"

বিজয়ে বন্দুক নমালে। এইবাৰ বাঘটোৱে পাহাৰৰ পিনে যাবলৈ তাৰ গাটো লৰালে। লগে লগে বিজয়ৰ চকুত যি বস্তু পৰিল তেওঁ ভীষণভাৱে আচৰিত নহৈ নোৱাৰিলে। ৰণবীৰেও লক্ষ্য কৰিছিল। বাঘটোৰ ডিঙিত মাইকী মানুহে পিন্ধা এডাল সোণৰ হাৰ জিলিকি আছে। তাত এটা ধুনীয়া লকেট' প্ৰখৰ ৰ'দত লকেটটোৰে সৈতে হাৰডাল চিক্‌মিকাই আছিল।

অতি আচৰিত হৈ ৰণবীৰলৈ চাই বিজয়ে চিঞৰি উঠিল—

"বাঘৰ ডিঙিত মাইকী মানুহৰ সোণৰ হাৰ! আৰু এই অচিন আৰু আদিম দ্বীপত! বাঘটোৱে এই সোণৰ হাৰ ডাল ক'ত পালে মই উলিয়াবই লাগিব ..."

একেটা উত্তেজনাতে ৰণবীৰেও সুধিলে—"কিন্তু কেনেকৈ ?..."

বাঘটোৰ পিচে পিচে ইতিমধ্যে বিজয় যাবলৈ ওলাইছেই।

"বিজয়! অধৈৰ্য্য নহবি। বিপদ মাতি নানিবি। ভয়ঙ্কৰ বিপদ হ'ব। বিজয়!!"

বিজয়ে দদাইদেউৰ কথালৈ ভ্ৰূক্ষেপ নকৰি পাহাৰটোত উঠিব খোজা বাঘটোৰ পিচ ল'লে।

"মোক বাধা নিদিব দদাইদেউ! হাজাৰ বিপদ হওক—মৃত্যু হওক মই যাবই লাগিব। আপোনালোকো মোৰ পিচে পিচে আহি থাকক।..."

শেষবাৰৰ কাৰণে আকৌ এবাৰ ৰণবীৰে চিঞৰিলে—"বিজয়...!!"

কিন্তু সেই চিঞৰ পাহাৰত ঠেকা খাই আকৌ উভতি আহিল আৰু বাঘটো অনুসৰণ কৰি গৈ থকা বিজয় পাহাৰৰ অৰণ্যৰ মাজত হেৰাই গ'ল।

॥ পাঁচ ॥

বাঘটোৰ গতি ক্ষিপ্ৰ নাছিল। স্বাভাৱিক গতিৰেই সি লৰ মাৰি যাবলৈ ধৰিছিল। পাহাৰৰ হাবিবোৰৰ মাজে মাজে সি ওপৰলৈ উঠি যাবলৈ ধৰিলে। তাৰ পিচে পিচে অসীম কৌতূহল, উৎকণ্ঠা আৰু উত্তেজনাৰে বিজয়ো যে হাতত বন্দুকটো লৈ আহি আছিল সি বোধকৰো গম নেপায়।

নামনিৰ পৰা প্ৰায় এমাইলমান বাট উঠাৰ পিচত বিজয়ৰ গাৰ পৰা ঘাম বৰলৈ ধৰিলে। অলপ সময় বৈ ঘামখিনি মচি ল'বলৈয়ো তেওঁৰ সময় নাই। কাৰণ ব'লেই বাঘটো তেওঁৰ দৃষ্টিৰ অঁাৰ হৈ যাব। আনকি কোনোফালেই লক্ষ্য নকৰি বাঘটোৰ পিচে পিচে আহোঁতে হাবিৰ গছ-গছনিৰ ডাল, কাঁইট আদিয়ে তেওঁৰ শৰীৰ ক্ষত-বিক্ষত কৰি দিছিল। তথাপিও সেইবোৰলৈ তেওঁৰ ভ্ৰূক্ষেপ নাছিল। মাজে মাজে তেওঁ হামৃখুৰি খাই পৰিও গৈছিল। শৰীৰত পোৱা আঘাত, তেজ, ঘাম আৰু ভাগৰ—এই সকলোবোৰৰ কথা একেবাৰে পাহৰি বিজয় বাঘটোৰ পিচে পিচে দৌৰি যাবলৈ ধৰিলে। আজি যেন বিজয় সুকীয়া জগতৰ প্ৰাণী। বাৰে বাৰে আজি বিজয়ৰ মনটোৱে কৈছে যে এই বাঘটোৱেই বহুতো ৰহস্যৰ সন্ধান দিব পাৰিব। নহ'লে বাঘৰ ডিঙিত কেনেকৈ সোণৰ হাৰ আহিল? সভ্যতাৰ কোনো নিদৰ্শন নথকা এই বিবৰ্জিত দ্বীপত সোণৰ হাৰডাল কাৰ আৰু কোনেইবা ইয়াক পিন্ধাই দিলে? প্ৰশ্নটোৰ মাজত কোনোবা নাৰীৰ অস্তিত্ব বিজয়ে অনুভৱ কৰিলে।

·· হঠাৎ আচম্বিতে পাহাৰৰ মাজভাগত বাঘটো নাইকিয়া হৈ গ'ল। এশগজমানৰ আগে আগে গৈ থকা বাঘটো চকুৰ আগতে হেৰাই যোৱাত বিজয় আচৰিত হ'ল। বিখিনিত বাঘটো অদৃশ্য হ'ল সেইখিনি ঠাইলৈ বিজয় তৎক্ষণাৎ উঠি আহিল। কিন্তু তাত একো

নেদেখিলে ; মাত্র এটা গুহাৰ মুখ। বিজয়ৰ তেতিয়া ভাবিবৰ সময় নাই। গুহাটোত তেওঁ সোমাই পৰিল। কিন্তু যিটো গতিত যাব বুলি ভাবিছিল—নোৱাৰিলে। কাৰণ ভিতৰত ঘোপমৰা অন্ধকাৰ। তথাপিও হাতত বন্দুকটো লৈ আগবাঢ়িবলৈ চেষ্টা কৰিলে, মাজে মাজে উজুটিত পৰো পৰো যেন হ'ল। এবাৰ হুয়োকাষে থকা শিলত খুন্দা খালে। তথাপিও সেইবোৰলৈ কেৰেপ নকৰিলে। ৰণবীৰ দদাইদেউৰ এবি অহা এঘণ্টা দেৰঘণ্টামান হৈ গ'ল।

এই অন্ত নোহোৱা সুৰঙ্গটোৰ গোটেইছোৱাই অন্ধকাৰ নাছিল। মাজে মাজে বাহিৰৰ পোহৰো সোমাইছিল। সেই পোহৰৰ মাজত বিজয়ে লক্ষ্য কৰিলে সুৰঙ্গৰ বাটটো বেছ মিহি। মানুহ নাইবা কোনোবা প্ৰাণীৰ অহা-যোৱাৰ চিন যেন স্পষ্ট হৈ আছে। সুৰঙ্গৰ মাজত কেতিয়াবা তেওঁ ডাঙৰ ডাঙৰ শিল পালে আৰু কেতিয়াবা হয়তো কোনোবা অচিন পাহাৰী নিজৰাৰ সৰু সুঁতি। ক'ৰবাত দেখিলে সুৰঙ্গটোৰ গাত অবিচ্ছিন্নভাৱে থকা শেলুৱৈ আৰু ক'ৰবাত হয়তো বাহিৰৰ পৰা সোমাই অহা ডাঙৰ গছৰ শিপা।

এইদৰে কিছুদূৰ গৈ থকাৰ পিচত হঠাৎ অনতিদূৰত বাঘটো বিজয়ৰ দৃষ্টিগোচৰ হ'ল। বিজয় উৎসাহিত আৰু আনন্দিত হৈ পৰিল। তেনেহ'লে বিজয়ৰ ভুল হোৱা নাই। বাঘটোৱে কিন্তু ভুলতো এবাৰো পিচলৈ ঘূৰি চোৱা নাছিল।

লাহে লাহে বিজয়ৰ অনুভূত হ'ল সুৰঙ্গৰ ভিতৰত অন্ধকাৰ কমি আহিছে। সন্মুখৰ পিনৰ পৰা এটা যেন ক্ষীণ পোহৰ উঠি আহিছে। সূৰ্য্যোদয়ৰ আগমুহূৰ্ত্তত পূব আকাশত আন্ধাৰৰ মাজত যিখিনি পোহৰ থাকে ঠিক সেই পৰিবেশ এটা বিজয়ে অনুভৱ কৰিলে। এটা অজান উত্তেজনাত তেওঁৰ মনটো উল্লাসিত হৈ পৰিল। তেতিয়াও তেওঁৰ সন্মুখত গৈ থকা বাঘটোৰ গতি একেটাই। তাৰ গতিত এটা উদাসীনতা আৰু নিৰ্বিকাৰ ভাব প্ৰকট হৈ পৰিছে। এই অভিযানৰ শেষ ক'ত? এইদৰে বাঘটো যদি পাতাল পথেদি অনন্তকাল গৈ থাকে, তেন্তে বিজয়েও তাক

অনুসৰণ কৰি গৈ থাকিবনে ? সাহসী আৰু শক্তিশালী হলেও বিজয়ো তো মানুহ ; তেওঁৰ শৰীৰতো ভাগৰ আৰু অৱসাদ আছে ।

আচম্বিতে বিজয়ৰ মনটো ভাল লাগি গ'ল । সন্মুখৰ দূৰণিৰ পৰা ৰিণিকি ৰিণিকি এটা মিঠা সুৰভাহি আহিছে । যেন কেবাটাও অচিনাকি যন্ত্ৰৰ পৰা ওলাই অহা সুৰ সমন্বয়। আহিছে ক'ৰপৰা সেই মিঠা মধুৰ সুৰ? হাজাৰ বছৰৰ আগৰ এই মানৱবিহীন দ্বীপত এই মিঠা সুৰৰ ধ্বনি ৰহস্য-জনকৰ বাহিৰে আন কি হ'ব পাৰে । কন্তেক সময় কাণখন থিয় কৰি সেই সুৰ বিজয়ে শুনিবলৈ চেষ্টা কৰিলে । শিলৰ সুৰঙ্গত ঠেকা খাই তাৰ ক্ষীণ প্ৰতিধ্বনিয়ে ধীৰে ধীৰে এটা অদ্ভুত পৰিবেশৰ সৃষ্টি কৰিছে । এই সুৰ বিজয়ৰ চিনাকি যেন লাগিল ; অথচ খুব চিনাকি বুলিও ভাঠি কব নোৱাৰি । কিন্তু এইটো ঠিক যে মনৰ মাজত ৰিণি ৰিণি বাজি থকা সুৰৰ লগত এই অচিনাকি সুৰৰ কিবা এটা সম্বন্ধ আছে ।

সন্মুখৰ পোহৰ ক্ৰমাত বাঢ়ি আহিবলৈ ধৰিলে । বাঘটো এতিয়া বেছ স্পষ্ট হৈ পৰিছে । সেই সুৰৰ স্পষ্টতাও যেন বাঢ়িছে । তাৰ লগত আৰু এটা নতুন শব্দই গোটেই পৰিবেশটো বেছি ৰহস্যময় কৰি তুলিছে । বহুত ওপৰৰ পৰা বাগৰি অহা জলপ্ৰপাতৰ হো-হো শব্দ । যদি জলপ্ৰপাত নহয় তেন্তে সেয়া কিহৰ শব্দ তাক ঠাৱৰ কৰা টান । সেই হো হো শব্দৰ মাজেদি মিঠা সুৰ স্বৰকি আহি এটা অপাৰ্থিৱ পৰিবেশৰ সৃষ্টি কৰিছে । তেন্তে···তেন্তে বিজয় এই পৃথিবীত নাই নেকি ? ই হয়তো বিজয়ৰ মনৰ ভ্ৰম ।

প্ৰায় অন্ধকাৰ কোঠা এটাত বিজুলীৰ চমকৰ দৰে হঠাৎ তেওঁৰ সন্মুখখন স্পষ্টভাৱে পোহৰ হৈ পৰিল । চকুত হাট্ মাৰি ধৰা এই পোহৰত বিজয়ৰ গতি স্তব্ধ হ'ল । তেওঁ ৰৈ যাবলৈ বাধ্য হ'ল । সেই সময়খিনিৰ ভিতৰতেই চকুৰ পিৰিকতি নৌ মাৰোতেই এটা বিকট গৰ্জনেৰে গোটেই সুৰঙ্গটো কঁপাই বাঘটো তৎক্ষণাত নাইকিয়া হৈ গ'ল । মনৰ সাময়িক জড়তা ক্ষিপ্ৰতাৰে আঁতৰাই বিজয় জপিয়াই গ'ল বাঘটো নাইকিয়া হোৱা ঠাইখিনিলৈ । কিন্তু তেওঁ গভীৰভাৱে হতাশ হৈ পৰিল । উজ্জল

পোহৰত তেওঁ দেখিলে সুৰঙ্গটোৰ সমাপ্তি তাতেই ঘটিছে। অথচ আচৰিত কথা, সুৰঙ্গটোৰ বাট বন্ধ নহয়। কিন্তু বাট নাই। সন্মুখতো একো নাই। গভীৰ শূন্য। শূন্যৰ মাজত অন্ধকাৰৰ বাহিৰে বিজয়ে একো নেদেখিলে। হঠাৎ তেওঁৰ চকুত পৰিল, সুৰঙ্গটো য'ত শেষ হৈছে তাত এখন ডাঙৰ মকৰা জাল। বাঘটো এইখিনিলৈকে আহি নিশ্চয় গভীৰ শূন্যত জপিয়াই পৰি অতল তলী পালেগৈ। কিন্তু প্ৰকাণ্ড বাঘটো সুৰঙ্গৰ মুখখন সৰকি জপিয়াই পৰা স্বত্বেও মকৰাজালখন অকণো ছিন্ন ভিন্ন নহ'ল। বৰ আচৰিত হ'ল বিজয়; মনটো আতঙ্কত ভৰি পৰিল। কলৈ গ'ল বাঘটো? এই গভীৰ অন্তহীন শূণ্যতাৰ মাজত কি আছে? ইয়াৰ ৰহস্য ক'ত?

সীমাৰ মাজৰ অসীম ৰহস্যৰ অন্ত নাই। শিলছটাত বহি সুৰঙ্গটোৰ গাত আউজি বিজয়ে গভীৰ শূন্যলৈ চাই থাকিল। বাঘটো শূন্যত নাইকিয়া হৈ যোৱা ৰহস্যটোৱে তেওঁৰ মনটো ইমান বেছি বিস্ময়াচ্ছন্ন কৰি ৰাখিছিল যে তেওঁ কিছু সময়ৰ কাৰণে সেই শূন্যৰ পৰা ওপৰলৈ ভাহি অহা মিঠা সুৰ, শব্দ আৰু পোহৰৰ কথা পাহৰি গৈছিল। সেই মিঠা সুৰটোৰ মাজত হোৰ হোৰ কৈ চলি থকা শব্দটো কিহৰ হ'ব পাৰে? জলপ্ৰপাতৰ শব্দ ঠিক এনেকুৱা নহয়। ইয়াৰ লগত যেন কিবা এটা বিভীষিকা জড়িত হৈ আছে। আনহাতে সুৰটোৰ মাজত এটা মধুৰ সপোনো প্ৰচ্ছন্ন হৈ আছে। এহাতে সুন্দৰতা আৰু আনহাতে বীভৎস ভাৱমূৰ্ত্তি দুটা একেলগে বিজয়ৰ মনত ভুমুকি মাৰিলে। সুৰটোৰ মাজত সকলো সুন্দৰতাই বিৰাজমান। কোনোবা এটা সময়ত ভাব হয় পাতালপুৰীত থকা মন্দিৰৰ পৰা গদ্ গদ্ স্বৰেৰে বেদমন্ত্ৰ উচ্চাৰিত হৈছে, কেতিয়াবা সেই সুৰেই যেন মচজিদৰ প্ৰাঙ্গনৰ পৰা দিয়া আজানলৈ ৰূপান্তৰিত হৈছে আৰু হয়তো কোনাবা মুহূৰ্ত্তত সেই সুৰ সুউচ্চ গীৰ্জা ঘৰৰপৰা প্ৰাৰ্থনা সঙ্গীতৰূপে আকাশ মণ্ডলত বিয়পি পৰিছে। কোনোবা এটা মুহূৰ্ত্তত সেই সুৰে বিজয়ক মনত পেলাই দিয়ে লামা সকলৰ মুখত শুনা বৌদ্ধ স্তোত্ৰ। ভাৰত মহাসাগৰৰ বুকুত আহি থাকোতে নাৱঁৰীয়া

কিটাই গাইছিল সেই সুমাত্ৰা, বোর্ণিওৰ লোকসঙ্গীত ; সেই সুৰবো যেন সামান্য প্ৰভাৱ এই সুৰটোত আছে।

তলৰ মহাশূন্যৰ পৰা লাহে লাহে কুৰ্‌লীৰ নিচিনা ধোঁৱা ওপৰলৈ উঠি আহিছে। এই অলৌকিক বাষ্প ধোঁৱা হ'ব নোৱাৰে। কাৰণ ইয়াক দেখিলে জুইৰ কথা মনলৈ নাহে। এই বাষ্প কুৰ্‌লীও নহয়। কাৰণ ই কাতি মাহৰ স্মৃতি বহন কৰি নানে। আকৌ বিজয়ৰ মনলৈ এটা নতুন অনুভূতি আহিল। পোহৰ, মিঠা সুৰ, বিভীষিকাময় শব্দ আৰু বাষ্পৰাশিবোৰৰ লগে লগে যেন এইবাৰ বিজয়ে এটি সুগন্ধি সুবাস পালে। আস্! ইমান সুন্দৰ! কিহৰ সুবাস এয়া? ফুল? নিৰ্য্যাস? সুগন্ধি চাবোনেৰে স্নান কৰি বিভিন্ন সুগন্ধি দ্ৰব্যৰে যেতিয়া কোনোবা নাৰীয়ে নিজক সজ্জিত কৰে, তেতিয়া ঠিক এনেকুৱা ধৰণৰ সুবাস পোৱা নেযায়নে? ঠিকেই। নাৰীৰ প্ৰসাধন দ্ৰব্যৰ সুবাস। সেই গোন্ধৰ তীব্ৰতা যেন বেছিকৈ অনুভৱ কৰিলে বিজয়ে। কিন্তু সেই সুবাসৰ উৎস তেওঁ বিচাৰি নেপালে। ক'তো একো নাই। মাত্ৰ সন্মুখত মহাশূন্যৰ সাগৰ।

এই মহাশূন্যৰ সাগৰৰ পাৰত বহি থকা অকলশৰীয়া বিজয়ে নিজকে হঠাতে বৰ নিঃসহায় যেন অনুভৱ কৰিলে। খুব লাহে লাহে তেওঁ কিহবাৰ মাদকতাত আচ্ছন্ন হৈ পৰিল। এটা গভীৰ প্ৰশান্তি নামি আহিল গোটেই শৰীৰত। কিবা এটা আবেশত চকু দুটা জাপ খাই গ'ল। এই অলৌকিক আৰু মায়াময় পৰিবেশত লাহে লাহে বিজয় নিদ্ৰাত ঢলি পৰিল।

॥ ছয় ॥

কিমান সময় এইদৰে শুই আছিল বিজয়ে নিজেই নেজানে। যেতিয়া তেওঁ সাৰ পালে তেতিয়া দেখিলে প্ৰায় অন্ধকাৰ ঘৰ এটাত তেওঁ শুই আছে। তেতিয়া বোধকৰো ৰাতি হৈছে। কাৰণ বাহিৰৰ জোনৰ পোহৰটো সেই ঘৰটোত সোমাইছিল। কিন্তু বিজয় সেই ঘৰটোলৈ কেনেকৈ আহিল? সেই পাহাৰৰ তলৰ সুৰঙ্গৰ শেষ সীমা—য'ত বাঘটোৱে জাপ মাৰিছিল মহাশূন্যত আৰু য'ত আছিল সঙ্গীত আৰু সুগন্ধি পৰিবেশ, তাতহে বিজয় বহি আছিল। ইয়ালৈ তেওঁ আহিল কেনেকৈ বা আনিলে কোনে? গছৰ পাতেৰে তৈয়াৰ কৰা এই কোমল শয্যাখনতেই বা কোনে তেওঁক শুৱাই থ'লে? বিছনাখনত বন্দুকটো খেপিয়াই চালে, কিন্তু নেপালে। বন্দুকটোও কোনোবাই নিলে। জেপত যিখিনি কাগজপত্ৰ আছিল ঠিকেই আছে। হাতত ঘড়ীটোও আছে। জোনাকৰ পোহৰত ঘড়ীটো চালে। তেতিয়া ন বাজিবৰ হৈছে।

বাহিৰৰ জোনাক খিনিয়ে মনটো প্ৰফুল্লিত কৰিব খুজিছে যদিও আজি দুপৰীয়া ৰণবীৰ দদাইদেউইঁতক এৰাৰ পিচৰে পৰা ঘটা ঘটনা-বিলাকে তেওঁৰ মনটোক কিবা এটা গভীৰ ৰহস্যেৰে মোহগ্ৰস্ত কৰি পেলাইছে। ৰণবীৰ দদাইদেউইঁত কলৈ গ'ল? বিজয়ক বিচাৰ বিচাৰি এই অজান আৰু ৰহস্যময় দ্বীপটোৰ ক'ত ঘূৰি ফুৰিছে কোনে জানে! ৰণবীৰ দদাইদেউ আৰু প্ৰসাদৰ যে মৃত্যু হোৱা নাই কোনোবাই জানো ভাঠি কৰ পাৰিব? এটা অসহায় ভাৱে তেওঁৰ মনটো ছাটি ধৰিলে। এনে এটা ভাৱৰ মাজতে তেওঁ আহাৰ আৰু পানীৰ কথা হঠাৎ অনুভৱ কৰিলে। ভোকত পেট পুৰিবলৈ ধৰিছে আৰু পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে।

তেওঁ বিছনা খনত বহিল আৰু বিছনাৰ পৰা নামি বাহিৰলৈ ওলাই আহিবলৈ চেষ্টা কৰিলে। বাহিৰলৈ ওলাই আহি তেওঁ আৰু এবাৰ

বিস্ময়ত অভিভূত হৈ পৰিল। এনেকুৱা মনোৰম আৰু মনোমোহা দৃশ্য তেওঁ জীৱনত কেতিয়াও দেখা নাই। ফৰিংফুটা জোনাকত জিলিকি আছে এটা উপত্যকা। দুয়োকাষে অদূৰত দুটা পাহাৰ। মাজত যেন এখন বিস্তীর্ণ ঘাঁহনিৰ দলিচা। ঘৰটোৰ পৰা সামান্য দূৰৈত এটা পাহাৰী নিজৰা। তাৰ পানী জোনৰ পোহৰত তিৰ্‌বিৰাই উঠিছে। নিজৰাৰ পানী মাটিত পৰাৰ লগে লগে এই নিস্তব্ধ পৃথিবীত এটা ছন্দময়ী পৰিবেশৰ সৃষ্টি হৈছে।

আপোন পাহৰা হৈ এই অপূর্ব দৃশ্য বিজয়ে চাই আছিল। কিন্তু এটা আচৰিত ধৰণৰ চিঞৰত তেওঁৰ চমক ভাগি গল। আচৰিত হৈ সেই শব্দটোৰ উৎস অনুসৰণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু মানুহ নে জন্তু একো ধৰিব নোৱাৰিলে।

কিছু সময় যোৱাৰ পিচ্তেই বিজয়ে দেখিলে মানুহৰ এটা দল তেওঁৰ ফাললৈ আহিবলৈ ধৰিছে। ভীষণভাৱে বুকুখন তেওঁৰ কঁপি উঠিল। মানুহবোৰ ক্রমাত ওচৰ চাপি আহিবলৈ ধৰিছে। সিহঁতৰ মুখত অকনো মাতবোল নাই। নিঃশব্দে আৰু নীৰৱে সেই দহ বাৰটা মানুহ আহি আছে। এটা যেন মৌন শোভাযাত্রা। সিহঁতৰ হাতত একোডালকৈ যাঠি। দেখাত সিহঁত আদিম গুহাবাসী মানুহৰ নিচিনা নহয়। নাঙঠো নহয়। ওখ পাখ সিহঁতৰ শৰীৰ। ওপৰ অংশ উদং যদিও সিহঁতৰ নিম্নাংশত বস্ত্র আছে।

সিহঁত ওচৰ চাপি অহাৰ লগে লগে বিজয়ে বুকুখন ডাঠ কৰিবলৈ চেষ্টা কৰিলে। সিহঁতৰ মুখবিলাক দেখি তেওঁ অৱশ্যে বহুখিনি আশ্বস্ত হৈছিল। সেই মুখবিলাকত বন্য হিংস্রতা নাছিল। বৰং বিজয়কহে সমীহ কৰা ভাব পৰিস্ফুট হৈ পৰিছিল।

নিচেই ওচৰলৈ আহি একেলগে সিহঁতে সজোৰে আৰু এটা অদ্ভূত ধৰণৰ শব্দেৰে চিঞৰি উঠিল। বিজয় স্বাভাৱিকতে উচপ খাই উঠিল। তাৰ পিচত সিহঁতৰ দলপতিটোৱে সিহঁতৰ ভাষাত বিজয়ক সম্বোধন কৰি চিঞৰি চিঞৰি কবলৈ ধৰিলে—"আপুনি গভীৰ টোপনিত লালকাল দি

থকাৰ কাৰণে আপোনাক জগোৱা নাছিলো। আপুনি এতিয়া আমাৰ লগত যাব লাগে। আপোনাৰ আহাৰ সাজু আছে।"

আচৰিত হৈ বিজয়ে সিহঁতৰ মুখবোৰলৈ চালে। সিহঁতৰ ভাষাবোৰ যেন সুমাত্রা জাভাৰ লগত মিল আছে। বিকৃত যেন লাগিছিল যদিও সিহঁতৰ কোৱাৰ অঙ্গী-ভঙ্গীতেই বিজয়ে সিহঁতৰ কথা বুজি পালে। সিহঁতে আহাৰৰ বিষয়ে কোৱাৰ লগে লগেই যেন বিজয়ৰ ভোকটো বাঢ়ি গ'ল। কিন্তু এটা কথাত তেওঁৰ মনৰ পৰা আশ্চৰ্য্যৰ ভাৱ আঁতৰি নগ'ল। সিহঁতে বিজয়ক ইমান সম্মানজনক ব্যৱহাৰ কিয় কৰিছে? অচিনাকি, দেওলগা আৰু সভ্য জগতৰ লেশ মানো ছাঁ নপৰা এই মায়াবী দ্বীপৰ আদিবাসীয়েতো তেওঁক ইমান সমীহ কৰি কথা ক'ব নেলাগিছিল। বৰং ধৰি-বান্ধি ইমান সময় সিহঁতে বিজয়ক মাৰিহে পেলাব লাগিছিল। মনৰ এনে আশ্চৰ্য্য ভাৱ দমন কৰিব নোৱাৰি তেওঁ সিহঁতৰ দলপতিটোক সুধিলে—"তোমালোকে মোক ইমান সম্মানজনক ব্যৱহাৰ কৰাৰ কাৰণ কি? তোমালোক কোন?..."

নিৰ্বিকাৰ ভাৱে দলপতিয়ে উত্তৰ দিলে—"আপোনাক সম্মানজনক ব্যৱহাৰ কৰিবলৈ আমি আদেশ পাইছো।"

"কাৰ আদেশ?"

"আমাৰ ওপৰত যিজন দলপতি আছে, তেওঁৰ পৰা।"

"কিহৰ কাৰণে?"

"ক'ব নোৱাৰো। অকল আপুনিয়ে নহয়; অন্য দুজন বিদেশীকো একে ব্যৱহাৰ কৰিবলৈ আমি আদেশ পাইছো।"

শুনাৰ লগে লগে বিজয় আনন্দত উৎফুল্ল হৈ জপিয়াই উঠিল। কোন সেই দুজন বিদেশী? নিশ্চয় বনবীৰ দদাইদেউ আৰু প্ৰসাদ। সিহঁতৰ লগত যাবলৈ বিজয় ব্যাকুল হৈ পৰিল।

সসম্মানে বিজয়ক সিহঁতে লৈ যাবলৈ ধৰিলে। কোমল ঘাঁহনিৰ ওপৰেদি প্ৰায় এক ফাৰ্লং মান যোৱাৰ পিচত সৰু পাহাৰটো পালেগৈ আৰু পাহাৰটো ঘূৰাৰ লগে লগে অদূৰত কিছুমান সৰু সৰু ঘৰ বিজয়ৰ

চকুত পৰিল। সেই ঘৰবিলাকলৈ বিজয় প্ৰায় লব মাৰি যোৱাদি গ'ল। অলপ দূৰৈৰ পৰা দেখা গ'ল ঘৰবোৰৰ সন্মুখৰ বহল পথাৰখনত একুৰা জুই জ্বলি আছে। জুইৰ চাৰিওফালে কিছুমান মানুহ। তাৰে কিছুমান মাইকী মানুহ।

জুইকুৰাৰ ওচৰ পাই বিজয়ে চিঞৰি দিলে—"দদাইদেউ !!"

প্ৰায় লগে লগেই ঘৰবিলাকৰ কাষতে থকা গুহা এটাৰ পৰা "কোন ? বিজয় ??" বুলি আনন্দ-উৎফুল্ল হাঁহিৰে ৰণবীৰ দদাইদেউ লব মাৰি ওলাই আহিল। পিচে পিচে প্ৰসাদ। দুয়ো আনন্দত উল্লসিত হৈ পৰিছে।

ৰণবীৰে বিজয়ক সাৱটি ধৰিলে—"বিজয়, তই কলৈ গৈছিলি বাছা ?"

দদাইদেউৰ বুকুৰ মাজত বিজয়ে একো কব নোৱাৰিলে। কোনোমতে ক'লে—"সেইবোৰ বহুত কথা। কিন্তু তাৰ আগতে কওক দদাইদেউ, আপোনালোক ইয়ালৈ কেনেকৈ আহিল।"

"সকলো ক'ম বিজয়, সকলো ক'ম। এতিয়া তোক ঘূৰাই পালো যেতিয়া মোৰ আৰু কোনো চিন্তা নাই। ভগৱান আছে বিজয়···"

আনন্দৰ আতিশয্যত আঠৈকুৰী বছৰীয়া ৰণবীৰ দদাইদেৱে জুইকুৰাৰ কাষলৈ আহি নাচিবলৈ ধৰিলে। জুইৰ কাষত বৈ থকা ছোৱালীবিলাকে হাঁহিবলৈ ধৰিলে। তাৰে এজনীৰ হাতত খাপ মাৰি ধৰি দদাইদেৱে তেওঁৰ লগত নাচিবলৈ টানি আনিলে। ছোৱালীজনীৰ কোনো লাজ বা শঙ্কা নাই। তায়ো দদাইদেউৰ লগত নাচিবলৈ ধৰিলে। মুখত তাইৰ উৎসাহৰ হাঁহিও নাই। সন্মানিত অতিথিক সন্মান কৰিবলৈহে তাই এইদৰে নাচি কৰ্তব্য পালন কৰিছে।

এই দ্বীপত থকা এই মানুহবোৰ কোন ? ইহঁতৰ আদি বাসস্থান ক'ত ? ইহঁতৰ শৰীৰত সভ্যতাৰ পোহৰ কেনেকৈ পৰিল ? ইহঁতক দেখিলেতো এতিয়াও বৰ্বৰ হৈ থকা আৰু জীয়াই জীয়াই পুৰি মানুহ খোৱা আদিমবাসীৰ নিচিনা নেলাগে। বিজয়ে ভাবিবলৈ ধৰিলে।

তেতিয়াও ৰণবীৰ দদাইদেৱে ছোৱালীজনীৰ গাত ধৰি জুইৰ চাৰিওকাষে নাচি আছে। হঠাৎ বিজয়ৰ মনত এটা ভাৱৰ উদয় হ'ল। ইমান উৎসাহ আৰু আনন্দ আজি দদাইদেৱে ক'ৰপৰা পালে? সুৰা জাতীয় কিবা খালেনেকি? অৱশ্যে দদাইদেউৰ তেনেকুৱা অভ্যাস আছে। দদাইদেউৰ লগতে সিহঁতৰো কেইটামান মানুহ আৰু ছোৱালী জনীয়ে অবোধ্য মাত আৰু সুৰত কিবা কিবি গাই নাচিবলৈ ধৰিছে। সেই নৃত্যত উদ্দামতা সম্পূৰ্ণৰূপে বৰ্ত্তমান।

এই সবল আৰু বন্য উদ্দামতাৰ প্ৰতি একো ক'ব নোৱাৰা হৈ ৰ লাগি বিজয়ে চাই আছিল। ঠিক সেই সময়তেই দলপতিটো বিজয়ৰ ওচৰলৈ আহিল আৰু তেওঁৰ হাতখনত ধৰি টানি নিলে। তেনে ধৰণৰ আচম্বিত আচৰণত বিজয় বৰ আচৰিত হ'ল। তেওঁৰ মনটো ভালো লাগিল। কাৰণ যিখিনি ঠাইলৈ দলপতিটোৱে টানি আনিছিল তাত কলগছৰ নিচিনা পাত এখনত খাদ্য সজাই থোৱা আছে। এদ'ম সিজোৱা হৰিণৰ মাংস আৰু এটা সাগৰৰ মাছ। সেইখিনি দেখি বিজয় ৰ'ব নোৱাৰিলে। বাক্সসৰদৰে খাবলৈ আৰম্ভ কৰি দিলে। দিনটোৰ অনাহাৰৰ পিচত সেই খাদ্য অমৃতৰ নিচিনা লাগিল। কাষত মাটিৰ গিলাচত পানী। পানীখিনি ইমান সুস্বাদু আৰু মিঠা যে এবাৰ খাওঁতেই যেন পিয়াহ দূৰ হৈ গ'ল।

ইমান সময় কাৰোপিনে নোচোৱাকৈ বিজয়ে খাই আছিল। কাষত কোনোবাই কলহৰ পৰা গিলাচত পানী ঢালি দিয়াত তেওঁ মূৰ দাঙি চালে। এজনী ছোৱালী। ধুনীয়া, প্ৰকৃতিবালা। তাইৰ মুখমণ্ডলত এটা লাজকুৰীয়া ভাৱ। চকুৱে চকু পৰাত তাই লাজত মুখখন তললৈ নমাই দিলে। তাৰপিচত লাহে লাহে লজ্জাবিনম্ৰ চকুযুৰিৰে বিজয়লৈ চালে। বিজয়ৰ পঁচিশ বছৰীয়া যৌৱনদীপ্ত শৰীৰটো কঁপি উঠিল।

তাইৰবয়স কুৰিবছৰমান হ'ব। গোটেই দেহাত এটা ভৰপূৰ যৌৱন। যৌৱনৰ মাদকতা শৰীৰটোত প্ৰকট হৈ পৰিছে। এই ছোৱালীজনীৰ কাপোৰকানিও আটাইতকৈ বেছি পৰিপাটী। বুকুত বক্ষ-বন্ধনী স্বৰূপে

এখন কাপোৰ বন্ধা আছে। পিন্ধা কাপোৰকানি আৰু বক্ষ-বন্ধনী গছৰ বাকলিৰ পৰা তৈয়াৰ কৰা বস্ত্র যেন লাগে। ডিঙিত সাগৰৰ বিচিত্র বৰ্ণৰ সৰু শঙ্খৰ মালা। চুলিখিনি খোপাৰ দৰে বান্ধি থোৱা। তাইৰ অঙ্গ-প্রত্যঙ্গ লাহি। আন ছোৱালীতকৈ যেন তাই অলপ বেলেগ। এই পুষ্পক-নগৰী দ্বীপত ইমান ধুনীয়া আৰু সুগঢ়ী ছোৱালী ওলোৱাটো আচৰিত হবলগীয়া কথা। যিমানেই বিজয়ে ভাবিবলৈ ধৰিলে সিমানেই ইয়াৰ উত্তৰদিহ নেপালে।

এটা কথা কিন্তু বিজয়ে লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিলে, এই হেজাৰ হেজাৰ বছৰৰ পুৰণি দ্বীপত প্রাচীন সভ্যতা আৰু সংস্কৃতিৰ চিন এতিয়াঁও বিৰাজমান। কিন্তু কেনেকৈ ?

আহাৰ আৰু পানী খোৱাৰ পিচত বিজয়ে শৰীৰত এটা আচৰিত ধৰণৰ বল আৰু শক্তি লাভ কৰিলে। অবিশ্বাস্য ধৰণে তেওঁ উৎফুল্ল হৈ পৰিল। বোধ কৰো এই পানী খিনিতেই কিবা এটা উদ্দীপক পদাৰ্থ আছে।

তেতিয়া বাহিৰত নাচৰ গতি মন্থৰ হৈ পৰিছে। ৰণবীৰ দদাইদেৱে ভাগৰত মাটিত বহি ফোপাবলৈ ধৰিছে। দদাইদেউহঁতে আহাৰ খালেনে নাই ? নিশ্চয় ইতিমধ্যেই খাইছে। ন'হলে সুদা পেটত ইমান ধুমধুপালকৈ নাচিব নোৱাৰে।

জুইৰ একাষে জুম বান্ধি এজাক ছোৱালীয়ে সিহঁতৰ বিচিত্র সুৰত গীত গাই আছে। সেই সুৰত তাল আৰু ছন্দ ভুয়োটাই আছে। অন্তৰ্ভেতাত বস্তু-কৰুণতাহে বেছিকৈ প্রকাশ পাইছে। জুইকুৰাৰ আনটো ফালে কিছুমান পুৰুষ আৰু ছোৱালীয়ে অবিচ্ছিন্ন ভাৱে নাচিবলৈ ধৰিছে। নাচোতে নাচোতে গাৰ ঘাম সৰি পৰিছে। শৰীৰৰ প্রতি অঙ্গ নাচৰ ছেৱে ছেৱে কঁপিবলৈ ধৰিছে। সিহঁতৰ কালৈকো ভ্রূক্ষেপ নাই। কোনোবা নেদেখা দেৱতা বা দেৱীৰ প্রতি যেন এয়া সিহঁতৰ বস্তু কৰুণ প্রাৰ্থনা। মাজে মাজে আকাশলৈ হাত দাঙি একেলগে চিঞৰি উঠাটোৱেই

তাৰ প্ৰমাণ দিয়ে। সিহঁতৰ এই ছেদ ভেদ নোহোৱা নৃত্য দেখিলে কিবা এটা মাঙ্গলিক অনুষ্ঠানৰ আগজাননী যেনো লাগে।

এই উদ্দাম নৃত্যত বিজয়েও বৰ আনন্দ অনুভৱ কৰিছিল। হাত চাপৰি বজাই বজাই তেওঁ সিহঁতক উৎসাহিত কৰিবলৈ ধৰিলে। তেতিয়া অদূৰত বহি থকা ৰণবীৰ দদাইদেৱে হাত বাউল দি বিজয়ক তেওঁৰ ওচৰলৈ মাতিলে। দদাইদেউৰ গোটেই শৰীৰত ভাগৰৰ ছাঁ।

"বিজয় সেই গিলাচত দিয়া পানী তই কিমান খালি ?"

"খুব বেছি খোৱা নাই। কেলেই ?..."

"বেছি খোৱা নাই যদি ভালেই। আৰু যদি বেছি খাইছ, সাৱধান হ'বি। নিজক চম্ভালিবলৈ চেষ্টা কৰিবি।...ইহঁত কি মানুহ, ইহঁতৰ ধৰণ-ধৰণ, আচাৰ-ব্যৱহাৰ মই অকনো ধৰিব পৰা নাই।"

"আপোনাৰ মনলৈ এই সন্দেহৰ ভাৱ কেলেই আহিছে দদাইদেউ ?"

"মোৰ অনুমান বিজয়, মই একো ডাঠি ক'ব নোৱাৰো। কিন্তু মোৰ মনে কৈছে আমি সাৱধানে থকাই উচিত। তাৰোপৰি ইহঁতৰ মূল চৰ্দাৰটোৱে আমাক ইয়াত এৰি থৈ ক'ৰবালৈ গুছি গৈছে।"

"মূল চৰ্দাৰ ?"

"ওঁ, সিয়েই তো আজি মোক আৰু প্ৰসাদক ইয়ালৈ লৈ আনিছে।"

"কিন্তু কেনেকৈ ?"

"সেই তেতিয়া তোৰ পিচে পিচে আমিও যাব খোজোতে ক'ৰবাৰ পৰা হঠাৎ এই চৰ্দাৰটো আৰু ছটামান মানুহে আহি আমাক ঘেৰি ধৰিলে। সিহঁতে অৱশ্যে আমাক কোনো ধৰণৰ অসৎ ব্যৱহাৰ কৰা নাছিল। সিহঁতৰ লগত আমাক আনিবলৈ ক'লে। কিছুদূৰ পাহাৰৰ নামনিয়েদি অহাৰ পিচত আমি এটা ডাঙৰ জলাহ খণ্ড দেখিবলৈ পালো। সেই জলাহ ভূমিৰ সিপাৰে মই এই পাৰৰ পৰাই কিছুমান ভগ্নস্তূপ দেখিলো বিজয়।"

"তাৰ পিচত ? সেয়ে নিশ্চয় পুষ্পক নগৰ দদাইদেউ ..."

"ময়ো তাকেই ভাবো।...শুন, তেতিয়া আমাৰ বিশেষকৈ মোৰ

বৰ পিয়াহ লাগিছিল। ফ্লাস্কৰ কফিও প্ৰায় শেষ। সিহঁতক মই পিয়াহ লগাৰ কথা বুজাই দিয়াত সিহঁতৰ এটাই হাবিলৈ সোমাই গৈ কিছুমান ডাঙৰ আৰু অচিনাকি ফল লৈ আহিল। তাৰ ইথন হাতত এটা পানীৰ কলহ।...মই তেনেকুৱা ৰসাল ফল জীৱনত খোৱা নাই। তাৰ পিচত সিহঁতে আমাক পানী খাবলৈ দিলে। হুতাশ পলুৱাই দুয়ো পানী খালো।...তাৰ কিছু সময়ৰ পিচত আমি ক'ব নোৱাৰো।...তাৰ পিচত সাৰ পাই দেখো মই সৌ গুহাটোত থকা বিচনা এখনত শুই আছো। প্ৰসাদকো কোনো এটা গুহাত শুৱাই থৈছিল।

বিজয় কিছুসময় মৌন হৈ থাকিল। তাৰ পিচত সুধিলে—"কিন্তু দদাইদেউ, সিহঁতে যে আমাক কিবা অপকাৰ কৰিব তাৰ কোনো লক্ষণ বা আশঙ্কা মই দেখা নাই। আপুনিও দেখিছে জানো? আমাক সিহঁতে ইমান বেচি ভাল আৰু ভদ্ৰ ব্যৱহাৰ কৰিছে, আপুনি মন কৰিছেনে?"

"সেই কাৰণেইতো মোৰ ভয় লাগিছে। ইমান ভাল ব্যৱহাৰ কৰাৰ কাৰণ কি? গোসাঁনীৰ আগত বলি দিয়াৰ আগতে ছাগলীটোক খুৱাই-বুৱাই যতন লোৱাৰ নিচিনা।"

"বলি!"

"কোনে জানে ইহঁতৰ মনত কি আছে? ইয়াৰ পিচ মুহূৰ্তৰ কথা এতিয়াই ক'ব নোৱাৰো। সেই দলপতিটোৰ গতিবিধি কথা-বতৰাবোৰো মোৰ ভাল লগা নাই। সি কেতিয়াবাই গ'ল। কলৈ গ'ল আৰু কেলেই গ'ল আৰু এতিয়ালৈকে কিয় ঘূৰি অহা নাই, সেইটোও বৰ সন্দেহজনক কথা।"

"থাওঁতে আপোনাক একো কৈ যোৱা নাইনে?"

"সুধিছিলো, প্ৰথমে মুখেৰেই নেমাতে। বহুত ফুচুলাই মেলি কথা সোধোতে সোধোতে এবাৰ ক'লে সিহঁতৰ অধিষ্ঠাত্ৰী দেৱীৰ ওচৰলৈ যাব আৰু তেওঁৰ পৰা আদেশ লৈ আহিব। ইয়াৰ পৰা দুটা পাহাৰ

হৈ যাব আৰু পাৰিলে আজি ৰাতিৰ ভিতৰতে ঘূৰি আহিব নাইবা কাইলৈ বেলিটো মূৰৰ ওপৰত থকাৰ আগতেই ঘূৰি আহিব।"

"অধিষ্ঠাত্ৰী দেৱী? আদেশ?"—এটা বিস্ময়ৰ দৃষ্টিৰে বিজয়ে ৰণবীৰলৈ চালে।

"সি ইয়াৰ পৰা যোৱা কিমান সময় হ'ল?"

"চাৰি ঘণ্টা মানেই হ'ল। আমি শুই উঠাৰ কিছু সময়ৰ পিচতেই সি গ'ল। যোৱাৰ আগতে তোক লৈ অনা মানুহটোক গুণগুণাই কিবাকিবি ক'লে ।"

গোটেই কথাখিনি বিজয়ে এবাৰ ভাবিবলৈ চেষ্টা কৰিলে। কিন্তু নিৰলে ভাবিবৰ তেতিয়া অৱকাশ ক'ত? নৃত্যৰ গতি দুগুণে বাঢ়িছে আৰু গীতৰ ধ্বনিয়ে আকাশ বতাহ মুখৰিত কৰি তুলিছে। নিশা দুই বাজি গৈছে। ফৰিং ফুটা জোনাকৰ পৰিষ্কাৰ আকাশখনলৈ বিজয়ে চাই পঠিয়ালে। অযুত তৰা তিৰবিৰাই জিলিকি আছে। আকাশ সকলোতে একে কিন্তু মাটি ক'তোৱেই একে নহয়। বিশাল সাগৰৰ মাজত পুষ্পক নগৰীৰ দ্বীপো এটুকুৰা মাটি। কিন্তু ইয়াৰ ৰহস্য অপাৰ আৰু অসীম ··।

···হঠাৎ এই চিন্তাৰ সূত্ৰ হেৰাই গ'ল। তেওঁলোকৰ ওচৰলৈ চাপি অহা নাচৰ হুলস্থুলত বিজয় চমকি উঠিল। বিজয়হঁতৰ সন্মুখত সিহঁতে আগৰ দৰেই নাচিবলৈ ধৰিলে। এইবাৰ বিজয় আচৰিত হ'ল সন্মুখলৈ সেই ছোৱালীজনী অহা দেখি। সেই ছোৱালীজনীয়েই বিজয়ক খাদ্য পৰিবেশন কৰিছিল। এইবাৰ তাইৰ সাজ-সজ্জাৰ পৰিবৰ্তন ঘটিছে। কট্‌কটীয়াকৈ বন্ধা বক্ষ-বন্ধনীৰ কাপোৰখন বেলেগ ৰঙৰ আৰু তাৰ ওপৰত বুকুৰ পৰা পিঠিলৈকে মেৰিওৱা ফুলথকা এডাল লতা। হাতৰ গাঠিতো সেই ফুলৰ লতা। মূৰতো ঠিক তেনেকুৱা এডাল ফুলাম লতা মেৰিওৱা আছে। এই অপূৰ্ব সাজ-সজ্জাত বিস্ময়াভিভূতহৈ বিজয়ে তাইলৈ চালে। অজান ৰহস্যময় দ্বীপত এই দোভাগ ৰাতিৰ নাৰীৰ সৌন্দৰ্য্যত তেওঁ মুগ্ধ হ'ল। শৰীৰত যেন এটা বিদ্যুত প্ৰবাহ

পাৰ হৈ গ'ল। অজানিতে মনটো পুলকিত হৈ পৰিল। বাকীবোৰৰ দৰে ছোৱালীজনীয়ে নচা নাছিল। তাই দলটোৰ সন্মুখত থিয় হৈ বিজয়ৰ পিনে কেৰাহিকৈ চাইছিল। সভ্যতাৰ পোহৰ পোৱা গাভৰু ছোৱালী এজনীৰ কাৰণে এয়ে হয়তো বঙ্কিম কটাক্ষ। ছোৱালীজনীয়ে হাঁহো নে নেহাঁহোকৈ বিজয়লৈ চাই কিবা এটা যেন ক'ব খুজিছে। লতা-ফুলেৰে সজ্জিতা এই পূৰ্ণ যৌৱনা নাৰীৰ মুখলৈ বিজয় মুগ্ধ আৰু অপলক নয়নেৰে চাবলৈ ধৰিলে। এই পঁচিশ বছৰ বয়সলৈকে কোনো-দিনে ছোৱালীৰ সংস্পৰ্শলৈ নহা বিজয়ৰ আজি কি হৈ গ'ল! তেওঁ হৃদয়-তন্ত্ৰীত এটা আকুল স্পন্দন শুনিবলৈ পালে।

অবিৰাম গতিৰে চলি থকা নাচৰ মাজতে ছোৱালীজনীয়ে এবাৰ হাতেৰে ইঙ্গিত দি বিজয়ক তাইৰ লগত নাচিবলৈ মাতিলে। তাইৰ আহ্বানত মন্ত্ৰমুগ্ধ সাপৰ দৰে বিজয় থিয় হ'ল। তাইৰ চকুত চকু থৈ স্বপ্নাবেশ নয়নেৰে তাইৰ পিনে আগবাঢ়ি যাবলৈ ধৰিলে।

"বিজয় তই কেনি যাবলৈ ওলাইছ? তই কি কৰিব খুজিছ? পগলা হৈছ নেকি! বিজয়।" ইমান সময় ৰণবীৰ দদাইদেৱে অবাক হৈ সকলো চাই আছিল। বিজয় থিয় হোৱা দেখি তেওঁৰ মুখৰ পৰা চিঞৰ ওলাই গ'ল।

বিজয়ে কিন্তু তেতিয়া সন্মোহিত হৈ ছোৱালীজনীৰ হাতখনত ধৰিছেগৈ আৰু গীতৰ তালে তালে, ছন্দে ছন্দে নাচিবলৈ আৰম্ভ কৰি দিছে। কি নৃত্য—উৎফুল্ল, আনন্দৰ যেন চূড়ান্ত প্ৰকাশ। গীত যিমানেই প্ৰখৰ গতিত চলিবলৈ ধৰিলে, সিমানেই দুয়োৰে নৃত্যই দোপত দোপে শীৰ্ষ বিন্দু পালেগৈ। দুয়ো পৃথিবীৰ সকলো কথা পাহৰি গৈছে। ৰণবীৰ দদাইদেৱে বিজয়ৰ এই অভাৱনীয় কাণ্ড দেখি আচৰিত হৈ চাবলৈ ধৰিলে। যোৱা পঁচিশ বছৰে বিজয়ৰ এই বন্য-উদ্দাম নৃত্য তেওঁৰ দেখা মনত নপৰে। তাতোকৈ আচৰিত কথা—ছোৱালীৰ পৰা আঁতৰি ফুৰা দুঃসাহসিক বিজয়ৰ আজিৰ এই কাৰ্য্য। এজনী সামান্য আৰু আদিবাসী ছোৱালীৰ চকুৰ এটা ক্ষুদ্ৰ ইঙ্গিতত বিজয়ৰ নিচিনা

ল'বাই যে এনে ধৰণে সহাঁৰি দিব তাক নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। কি হৈছে তাৰ? সি পগলা হোৱা নাইতো! বিজয়ক সকৰে পৰা দিয়া তেওঁৰ শিক্ষা-দীক্ষা আজি অথলে যোৱাৰ উপক্ৰম হৈছে। বন্ধু বিক্ৰমৰ প্ৰতি কৰা প্ৰতিজ্ঞা আজি ধূলিসাৎ হব খুজিছে। পিতৃৰ আদেশ পালন কৰিবলৈ মৃত্যুপণ কৰি আৰু হাজাৰ বাধা-বিঘিনি অতিক্ৰম কৰি আহিও এজনী সামান্য ছোৱালীৰ কাৰণে আজি সকলো শেষ হৈ যাবনেকি? ৰণবীৰ থিয় হ'ল। কঠোৰ হ'বলৈ চেষ্টা কৰিলে। দায়িত্ব আৰু কৰ্ত্তব্য তেওঁ পালন কৰিবই লাগিব। নিজৰ জীৱন বিপন্ন কৰিও বিজয়ক যি কোনো প্ৰকাৰে ৰক্ষা কৰিব লাগিব। ভগৱান! ভৰ যৌৱনৰ মাদকতাত উটি-ভাঁহি গৈ মোৰ বিজয়ে যি ভয়ঙ্কৰ পথত ভৰি দিব খুজিছে, তাৰ পৰা তুমি তাক ৰক্ষা কৰা।

সেয়া আছিল যেন সৃষ্টিৰ আদিম নৃত্য। দুয়ো হাতত ধৰাধৰিকৈ নাচিবই লাগিছে। গোটেই শৰীৰ ঘামেৰে সিক্ত হৈ পৰিছে। কিন্তু কাৰো ভ্ৰূক্ষেপ নাই। দুয়োৰে মুখত তৃপ্তিৰ পৰিপূৰ্ণ হাঁহি। ছোৱালী-জনীৰ চুলি আউলী-বাউলী। বুকু, হাত আৰু মূৰত মেৰিয়াই লোৱা ফুলৰ লতাবোৰ কেতিয়াবাই সুলকি পৰিছে। শ্ৰান্তিবিহীন এই নৃত্য যেন অবিৰাম ভাৱে চলি থাকিব।

ইয়াৰ মাজতে কঠোৰ স্বৰেৰে ৰণবীৰে চিঞৰি উঠিল—'বিজয়!!'

ৰণবীৰৰ তীব্ৰ চিঞৰত গীত আৰু নৃত্য স্তব্ধ হ'ল। বিজয় আৰু ছোৱালীজনী চক্ খাই উঠিল। ৰণবীৰ দদাইদেউৰ মুখলৈ চালে বিজয়ে। নিজৰ জগতলৈ যেন ঘুৰি আহিল বিজয়।

'দদাইদেউ'—

"দদাইদেউ! লাজ লগা নাই তোৰ? কি কৰিছ তই এইবিলাক? তোৰ পিতৃৰ আদেশ, তোৰ কৰ্ত্তব্য—এই সকলোবোৰ পাহৰি গ'লি। এজনী সামান্য ছোৱালীৰ লগত পৰি তই তোৰ বংশ, তোৰ কৰ্ত্তব্য, শিক্ষাদীক্ষা ইমান সহজতে পাহৰি যোৱা দেখি মই আচৰিত হৈছো। তই এই কাৰণেই মৃত্যুক হাতৰ মুঠিত লৈ, বিপদ-বিঘিনি নেওচি এই

পুষ্পক নগৰী দ্বীপলৈ আহিছিলি ? এয়ে তোৰ কৰ্ত্তব্য, এয়ে তোৰ পিতৃৰ আদেশ পালন ?"

প্ৰৌঢ় ৰণবীৰ সিং খণ্ডত থৰ্‌থৰকৈ কঁপিবলৈ ধৰিলে। দদাইদেউৰ এনেকুৱা খং বিজয়ে আজিলৈকে কেতিয়াও দেখা নাই। কৰ্ত্তব্যপৰায়ণ আৰু দুঃসাহসী বিজয়ে নিজৰ ভুল লগে লগে উপলব্ধি কৰিলে। ইমান সময় তেওঁ নিজ কৰ্ত্তব্যৰ কথা একেবাৰে পাহৰি গৈ এখন বেলেগ জগতত বিচৰণ কৰিছিল।

বিজয় লজ্জিত হ'ল। তেওঁ তললৈ মূৰ কৰিলে। কিন্তু ছোৱালীজনীলৈ এবাৰ নোচোৱাকৈ থাকিব নোৱাৰিলে। ৰণবীৰৰ ভাষা বুজা নাছিল। যদিও ছোৱালীজনীয়েও এটা অপৰাধী দৃষ্টিৰে বিজয়লৈ চালে।

তাইৰ চকুত বিজয়ে এটা আকুল মিনতিৰ ছবি দেখিলে। এজনী সৰল যুৱতীৰ নিৰ্মল প্ৰেমৰ নিৰ্দ্দেশনৰ বাহিৰে ই আন একো হব নোৱাৰে বিজয়ৰ মনটোৱেও তাইৰ প্ৰতি কৰা এটা দুৰ্বলতা আৰু গভীৰ আকৰ্ষণ অনুভৱ কৰিছিল। নহ'লে তাইৰ চকুৰ পানী দেখি তেওঁৰো কিয় দুখ লাগিব ?

বিজয় নিৰৱে ৰণবীৰৰ ওচৰলৈ আহি থিয় হ'ল। তেওঁ ছোৱালী-জনীলৈ আকৌ চালে। দুয়োৰে দৃষ্টিত পুনৰ বিনিময় ঘটিল। সেই দৃষ্টিত কিমান অধীৰ আকুলতাৰ মুহূৰ্ত্ত ফুটি উঠিল ৰণবীৰ সিঙে একো বুজি নেপালে। পঞ্চাশ বছৰীয়া ৰণবীৰ সিঙে কোনো দিনেই নাৰীৰ প্ৰেম পোৱা নাই—কোনো কালেই নাৰীৰ সংস্পৰ্শলৈ অহা নাই। আজি এই ভাৰত মহাসাগৰৰ মাজৰ অজান আৰু ৰহস্যময়ী পুষ্পক নগৰী দ্বীপৰ জোনাক ৰাতিৰ নৱ-যৌৱন প্ৰাপ্ত দুই নৰ-নাৰীৰ অব্যক্ত মনৰ ভাষা ৰণবীৰ সিঙে বুজিব কেনেকৈ। আৰু আনহাতে পঁচিশ বছৰীয়া দুঃসাহসিক বিজয়ে যৌৱনপ্ৰাপ্ত মনেৰে আজি এটা নতুন অনুভূতি অনুভৱ কৰিলে। এই অনুভূতি কথাৰে প্ৰকাশ কৰিব নোৱাৰি। তাৰ প্ৰকাশৰ মাধ্যম মাত্ৰ অন্তৰৰ শিহৰণ, উত্তেজনা আৰু পুলকতা।

## ॥ সাত ॥

ইমান ভাগৰৰ পিচতো—কোনোপধ্যে বিজয়ৰ টোপনি নাহিল। গোটেই দিনটোৰ কথাবোৰ চালিজাৰি চালে। এনেকুৱা বিভিন্ন ধৰণৰ অভিজ্ঞতা তেওঁৰ জীৱনত এয়ে প্ৰথম। এটা দিনতেই এনেধৰণৰ বিচিত্ৰ অভিজ্ঞতা সম্ভৱ কোনো মানুহেই পোৱা নাই। কিন্তু এই সকলোবিলাকৰ মাজতো সেই ছোৱালীজনীৰ অঙ্গী-ভঙ্গী, চাল-চলন, চকুৰ চাৱনি, হাঁহি, স্পৰ্শ—এই সকলোবিলাকে তেওঁক বাৰে বাৰে আমনি দিবলৈ ধৰিলে। বোধকৰো ইয়াৰ নামেই প্ৰেম। কিন্তু এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে! তেওঁ যি মহান উদ্দেশ্য লৈ এই পুষ্পক নগৰী দ্বীপলৈ আহিছে তাৰ তুলনাত এই ছোৱালীজনীৰ প্ৰতি অনুভৱ কৰা দুৰ্বলতা নাইবা তেওঁৰ প্ৰতি প্ৰকাশ হোৱা ছোৱালীজনীৰ প্ৰেম অতি নগণ্য। কিন্তু এই ছোৱালীজনী কোন? তাইকতো এজনী সাধাৰণ আদিমবাসী ছোৱালী যেন নালাগে। সাধাৰণ ছোৱালীতকৈ তাইৰ গাত কিবা এটা বেচিকৈ আছে। কিবা এটা মোহিনী শক্তি আছে যিটোৰ কাৰণে তাইক সহজতে প্ৰত্যাখ্যান কৰিব নোৱাৰি। ছোৱালীজনীৰ লগত অকলশৰে কথা পাতিব পৰা হ'লে ভাল আছিল। আন কাৰণে নহলেও তাইৰ পৰা এই ৰহস্যময় দ্বীপটোৰ কথা কিছু জানিব পৰা গ'লহেঁতেন। বাকী মানুহবোৰে খুব কম কথা কয়। অহৰহ সিহঁতৰ মনত যেন এটা ভয়, এটা আড়ষ্ট ভাৱ। আনকি সিহঁতৰ নাচত উদ্দামতা আছে যদিও প্ৰত্যেকেই নিজৰ প্ৰতি বেচ সজাগ আৰু সন্ত্ৰস্ত। চৰ্দাৰটোৰো বাক্-সংযম মন কৰিবলগীয়া। গোটেই মানুহখিনিয়েই যেন কিবা এটা বস্তুলৈ ভয় কৰে। কিন্তু কালৈ আৰু কিয়? সেই দলপতিটোলৈ নেকি যি এতিয়াও ঘূৰি অহা নাই? কিন্তু তালৈ ভয় কৰিবলগীয়া কি কাৰণ থাকিব পাৰে! ছোৱালীজনী আৰু এই গোটেই দলটোৰ

মানুহবোৰৰ চাল-চলন সঁচাকৈয়ে ৰহস্যজনক। এই ৰহস্য সাধাৰণ বুদ্ধিৰ ব্যাখ্যাৰে সমাধান কৰা কঠিন।

বিজয়ৰ এই অন্তহীন চিন্তাৰ মাজত হঠাৎ আউল লাগি গ'ল। এটা শব্দত বিজয় চক্ খাই উঠিল আৰু দুৱাৰৰ পিনে চালে। এটা ছাঁ যেন লাহে লাহে সোমাই আহি দুৱাৰ মুখত ৰ'ল। বাহিৰত থকা প্ৰহৰী-টোৱেই হব নিশ্চয়। বিজয় টোপনি যোৱা বুলি ভাবি সি নিশ্চয় কিবা এটা অভিসন্ধিৰে আহিছে। বিজয়ৰ শৰীৰৰ স্নায়ুবোৰ তজবজীয়া হৈ উঠিল। আক্ৰমণ প্ৰতিৰোধ কৰিবৰ কাৰণে মনে মনে সাজু হ'ল। কিন্তু ছাঁটো একেঠাইতে বৈ থাকিল। অকনো লৰচৰ নকৰিলে। আক্ৰমণ কৰাৰ লক্ষণো তাৰ গাত দেখা নগ'ল। বিজয় বেচি উত্তেজিত হৈ পৰিল আৰু তৎক্ষণাৎ বিচনাৰ পৰা নামি সেই ছাঁটোৰ ওচৰ পালেগৈ।

কি! নিজৰ চকুকেই বিশ্বাস কৰিব নোৱাৰা কথা। সেই ছোৱালীজনী। বিজয়ৰ শৰীৰটো কিবা এটা অজানিত ভয়ত কঁপিবলৈ ধৰিলে। অকলশৰে মনে মনে কিয় আহিছে তাই? কি লাগে তাইক?

এইবোৰ চিন্তাৰ মাজতেই ছোৱালীজনীয়ে বিজয়ক হাতত ধৰি ঘৰটোৰ বাহিৰলৈ টানি আনিলে। জোনৰ পোহৰত বিজয়ে ছোৱালী-জনীৰ মুখত কিবা এটা উত্তেজনাৰ ভাৱ আৰু আশঙ্কাৰ ছাঁ দেখা পালে। ঘৰটোৰ দুৱাৰ মুখত যাঠি হাতত লৈ পহৰা দি থকা প্ৰহৰীটো নাই। কি কথা। এই অকলশৰীয়া আৰু নিৰ্জন পৰিবেশত বিজয়ৰ ভয় লাগি গ'ল। ছোৱালীজনীৰ মনত কি আছে কোনে জানে? তথাপিও মাজৰাতিৰ এই ৰোমাঞ্চকৰ দুঃসাহসিকতাৰ পৰিণতি জানিবলৈ গভীৰ কৌতুহলপূৰ্ণ মনেৰে বিজয় তাইৰ পিচে পিচে ওলাই গ'ল।

খুব বেগেৰে তাই নিজৰাটোৰ ওচৰলৈ গ'ল আৰু পাহাৰটোৰ ওপৰলৈ জপিয়াই উঠি যাবলৈ ধৰিলে। মাজে মাজে বৈ তাই সন্ত্ৰস্ত

ভাবে পিচলৈ চাবলৈ ধৰিলে। পাহাৰৰ ওপৰৰ পৰা বিজয়ে তললৈ চালে। আজি য'ত ভেওঁলোকে নাচিছিল সেই ঠাইখিনি এতিয়া একেবাৰে নিৰ্জন হৈ পৰিছে। দদাইদেউ আৰু প্ৰসাদ বোধকৰো দিনটোৰ ভাগৰৰ পিচত শুই পৰিছে। ছোৱালীজনী যিমানেই পাহাৰৰ ওপৰলৈ উঠি যাবলৈ ধৰিলে, সিমানেই বিজয়ে বেচি উত্তেজনা অনুভৱ কৰিবলৈ ধৰিলে। ছোৱালীজনীয়ে বিজয়ক ক'লৈ আনিছে আৰু কিহৰ কাৰণে? কিবা ক'বলগীয়া আছিল যদি নামনিতো কব পাৰিলেহেঁতেন।

অৱশেষত ছোৱালীজনী এছটা শিলৰ ওপৰত থিয় হ'ল। তাৰ ওপৰত জোনৰ পোহৰ সম্পূৰ্ণকৈ পৰা নাছিল। গছবিলাকে ছাঁ পেলাইছিল। সেয়া আছিল শেষৰাতিৰ জোনাক।

তাইৰ কাষত বিজয়ো থিয় হ'ল। তাইৰ গাৰ পৰা ঘাম ওলাইছে, সামান্যভাবে কোঁপাইছেও।

বিজয়ৰ হাতখনত ধৰি তাই শিলছটাত বহি পৰিল আৰু বিজয়ৰ মুখ আৰু চকুলৈ একান্তভাৱে চাবলৈ ধৰিলে।

এই চাৱনিৰ যেন শেষ নাই। বিজয় আচৰিত হ'ল আৰু অস্বস্তি অনুভৱ কৰিলে। তাইৰ কান্ধত হাত থৈ তেওঁ আধা-ভঙা সিহঁতৰ ভাষাতেই সুধিলে—"কি হৈছে? কিয় মোক ইয়ালৈ আনিছা? কিয় মোলৈ তেনেকৈ চাইছা?"—তাই যেন সম্বিত ঘূৰাই পালে। বিজয়ৰ বুকুত হাত দুখন মোহাৰি তাই আকুলভাবে কবলৈ ধৰিলে—"তোমাক মাৰিবলৈ সিহঁতে ষড়যন্ত্ৰ কৰিছে।"—তাইৰ চকুত পানী।

"কোনে? কিহৰ কাৰণে?"

"ইমান সময় কিজানি তুমি থকা ঘৰটোলৈ তোমাক মাৰিবলৈ বিথুন গৈছে...।"

"কোন বিথুন? মোক কিয় মাৰিব? মই কি কৰিছো?" বিজয় ভীষণ আচৰিত হ'ল। ছোৱালীজনীয়ে বিজয়ৰ বুকুত মূৰ থৈ উত্তেজিত হৈ কবলৈ ধৰিলে—"বিথুনৰ লগত মোৰ বিয়াৰ কথা চলি আছে।

কিন্তু মোৰ এই বুঢ়াটোৰ লগত বিয়া হ'বৰ ইচ্ছা নাই। মোৰ দেউতাই কিন্তু তাৰ লগত বিয়া দিবই।...” তাই কান্দিবলৈ ধৰিলে।

“কিন্তু মোক মাৰিব খুজিছে কিয় ?”

“তাৰ লগত আজি মই নচা নাই কাৰণে। তাক অৱজ্ঞা কৰি আজি মই তোমাৰ লগত নাচিছিলো। তোমাক আজি ৰাতিতেই মাৰি পেলাবলৈ বিথুন আৰু তাৰ লগৰ কেইটামানে ষড়যন্ত্ৰ কৰাৰ কথা মই গম পাইছো...”

“তুমি তাৰ লগত নেনাচি মোৰ লগত নাচিছিলা কেলেই ?”

এই প্ৰশ্নৰ উত্তৰ ছোৱালীজনীয়ে নিদিলে। তাইৰ লাজত হালি পৰা মুখখন বিজয়ৰ বহল বুকুৰ মাজত থ'লে। তাইৰ নীৰৱ ভাষা বিজয়ে বুজা নাছিল যদিও তেওঁৰ মনটো আবেগত বিহ্বল হৈ পৰিছিল। তেওঁ তেতিয়া তাইৰ মূৰটোত হাত-ফুৰাই দোভাগৰাতিৰ নিস্তব্ধ ভাষা শুনিবলৈ চেষ্টা কৰিছিল। গোটেই পৃথিৱী একেবাৰে নিমাত-নিতাল। এহাল ডেকা-গাভৰুৰ বুকুৰ ধপ্‌ধপনিৰ বাহিৰে পৃথিৱীত আৰু কোনো শব্দ নাছিল।

“সেই মানুহটোৰ লগত তোমাৰ বিয়া হ'বৰ কিয় মন নাই ?”

“বিথুন বদ স্বভাৱৰ মানুহ। তাৰ আৰু এজনী ঘৈণীয়েক আছে। ঘৈণীয়েকক মাৰ-ধৰ কৰে, অত্যাচাৰ কৰে। তাৰ মনৰ ভিতৰখন বেয়া কথাৰে ভৰি আছে। সি বেয়া মন্ত্ৰ বহুত জানে। সকলোৱে ভয় কৰে...। সেই কাৰণে তোমাক মই ইয়ালৈ লৈ আহিছো।”

তাৰপিছত তাই ইমান সময় হাতত লৈ থকা সক শিপা এডাল উলিয়াই বিজয়ৰ বাহুত বান্ধি দিলে। “এইডাল বান্ধি দিলো। তুমি কেতিয়াও লোলোকাই নেপেলাবা। ই তোমাক সকলো বিপদৰ পৰা ৰক্ষা কৰিব।”

“তুমি মোক ইমান বেচি মৰম কৰাৰ অৰ্থ কি ? ইয়াৰ পৰা লাভ কি হব ?”

তাই অলপ সময় মনে মনে থাকিল। কিবা এটা ভাবিলে ; “ৰাতি

পুৱাবলৈ আৰু বেচি সময় নাই। ৰাতি পুৱালেই ভয় নাই। দেউতা ঘূৰি অহাৰ পিচত মই তেওঁক সকলো কথা ক'ম।"

"দেউতাৰ ?"

"দলপতিয়েই মোৰ দেউতা · ।"

"আচৰিত ! তোমাৰ দেউতাৰ ঘূৰি অহাৰ পিচত কি ক'ম বুলি কৈছিলা ?"

তাই মুখেৰে নেমাতিলে। লাজত আকৌ বিজয়ৰ বুকুত মুখখন লুকুৱালে।

যৌৱনৰ দুৱাৰদলি পাৰহৈ একুৰি পাঁচটা বসন্ত অতিক্ৰম কৰি অহা বিজয়ে ছোৱালীজনীৰ মুখখন তেওঁৰ মুখৰ ওচৰলৈ চপাই আনিলে। কিবা এটা অনাস্বাদিত পুলকতা দুয়োৰে অন্তৰত খেলি গ'ল।

"ঠিক আছে। তোমাৰ দেউতাৰাক এই আঙুঠিটো মোৰ মৰমৰ চিন বুলি দেখুৱাবা।" বিজয় তাইৰ হাতত আঙুঠিটো দিলে। লগে লগে বিজয়ে আকৌ সুধিলে—'তোমাৰ নাম মই এতিয়ালৈকে সোধা নাই।"

"বিলালি।"

"বিলালি ? ইয়াৰ অৰ্থ কি ?"···

"ইয়াৰ অৰ্থ—ইয়াৰ পৰা এখন পাহাৰ পাৰ হৈ যোৱাৰ পিচত এখন সমতল ঠাই আছে। তাত বহুতো ধুনীয়া ধুনীয়া চৰাই আছে। পাখিবোৰ দীঘল আৰু ধুনীয়া। পাখি মেলি মেলি সিহঁতে আনন্দত নাচে—।"

"অ' ম'ৰা চৰাই ! তাৰ মানে তোমাৰ নাম ময়ুৰী। তোমাৰ নাম ময়ুৰী ঠিকেই থৈছে। ময়ুৰীৰ দৰে ধুনীয়া আৰু ময়ুৰীৰ দৰে তুমি ধুনীয়াকৈ নাচিবও পাৰা।"

বিলালিক আকৌ আলফুলকৈ বুকুত সাৱটি লৈ বিজয়ে কৱলৈ ধৰিলে—"বাক বিলালি, তোমাৰ দেউতাৰ গধূলিতে ক'ৰবালৈ গৈছে

বুলি শুনিছোঁ। কলৈ গৈছে ? কিহৰ কাৰণে গৈছে আৰু ইমান সময়ে উভতি অহা নাই কিয় ?”

এই প্ৰশ্নত বিলালি ক্ষন্তেক স্তব্ধ হৈ ৰ'ল। তাৰ পিচত লাহে লাহে ক'বলৈ ধৰিলে—“ইয়াৰ পৰা বেলি ওলোৱাৰ পিনে দুখন ডাঙৰ পাহাৰ পাৰহৈ যোৱাৰ পিচত এখন ঠাই আছে। তাত আমাৰ সকলোৰে অধিষ্ঠাত্ৰী দেৱী থাকে। সেই দেৱীৰ ওচৰলৈকে দেউতা গৈছে··· ।”

“দেৱীৰ ওচৰলৈ ? সেইয়া কেনেকুৱা দেৱী ? তেওঁ জীৱন্ত মানুহনে পাথৰৰ মূৰ্তি ?”

“পাথৰৰ মূৰ্তি নহয়। জীৱন্ত মানুহ ! তেওঁ আমাৰ সকলোৰে অধিষ্ঠাত্ৰী দেৱী আৰু ৰাণী।”

“ৰাণী ?”

“ ওঁ—কাৰণ তেওঁ আমাৰ সকলোকে শাসন কৰে। ভাল মানুহক মৰমেৰে পালন কৰে। দুষ্টক কঠোৰ শাস্তি দিয়ে। তেওঁৰ কথা সকলোৱে শুনিবলৈ বাধ্য। তেওঁৰ আদেশ পেলোৱাৰ সাধ্য এই পৃথিৱীত কাৰোৱেই নাই··· ।”

বিজয়ে আচৰিত হৈ বিলালিৰ মুখলৈ চালে।

“তুমি কি কৈছা এইবোৰ ? তোমালোকৰ এইবোৰ কুসংস্কাৰ মই বিশ্বাস নকৰো।”

বিলালিয়ে আতঙ্কগ্ৰস্ত কণ্ঠেৰে চিঞৰি উঠিল—“তেনেকৈ নক'বা। সেই দেৱীৰ শক্তি দেখিলেহে তুমি বিশ্বাস কৰিবা। তেওঁ সকলো কথাই গম পায় আৰু সকলো কাৰ্য্য দেখে। তেওঁৰ চকুক ফাঁকি দিয়াৰ শক্তি কাৰো নাই।”

“সেই দেৱীক তুমি দেখিছানে বিলালি ?” কৌতূহলেৰে বিজয়ে সুধিলে।

“তেওঁক দেখাৰ সৌভাগ্য আমাৰ নাই। খুব কম মানুহেহে তেওঁক দেখিছে। কিন্তু তেওঁক কোনেও নাচায়। আমাৰ দেউতাইও দেখিছে

কিন্তু দেৱীৰ চকুলৈ তেওঁ চোৱা নাই। শুনিছো সেই দেৱীৰ সমান ধুনীয়া এই পৃথিৱীত কোনো নাই।"

আশ্চৰ্য্য আৰু তীব্ৰ কৌতূহলেৰে তেতিয়া বিজয়ে যেন বিলালিৰ কথাবোৰ গিলিব ধৰিছে।

বোধকৰো বিজয়ৰ চকুৰে মুখে প্ৰতিহিংসা আৰু আক্ৰোশৰ ছবি ফুটি উঠিছিল। এই মুখখন দেখি বিলালি চক্ খাই উঠিল—"কি হ'ল, কি ভাবিছা ?"

"তোমালোকৰ সেই দেৱী—সেই ৰাণীৰ ওচৰলৈ মই যাম।" আতঙ্কত বিলালি চিঞৰি উঠিল—"কিন্তু কেনেকৈ যাবা ? মাত্ৰ কেইজনমান মানুহৰ বাহিৰে তালৈ কাৰো যোৱাৰ শক্তি নাই। তুমি এটা সামান্য মানুহ হৈ কেনেকৈ যাবা ? তুমি তোমাৰ হেজাৰ শক্তিৰেও সেই দেৱীৰ বাসস্থানত প্ৰৱেশ কৰিব নোৱাৰিবা।"

"তেন্তে কেনেকৈ যাম কোৱা বিলালি। মই তালৈ যাবই লাগিব।"

"কিন্তু কিয় ?"

"সেই দেৱীক চাবলৈ মোৰ ভীষণ ইচ্ছা হৈছে। তেওঁৰ ওচৰলৈ যাবই লাগিব।"

কিছু সময় বিলালিয়ে কিবা এটা ভাবিলে আৰু বিজয়ৰ মুখলৈ চালে।

"তুমি চিন্তা নকৰিবা। মই দেউতাক ক'ম আৰু আমি দুয়ো তালৈ যাম। দুয়ো আমাৰ দেৱীৰ পৰা আশীৰ্বাদ ল'ম। দলপতিৰ ছোৱালী বুলি জানিলে তেওঁ নিশ্চয় মোক দৰ্শন দিব তাক দুয়োকে আশীৰ্বাদ দিব। ইয়াৰ বাহিৰে আৰু কোনো উপায় নাই।"

এনেকুৱা এটা সমাধানত বিজয় আনন্দত উৎফুল্ল হৈ উঠিল। এই সৰলা আৰু আদিমবাসীৰ কন্যা বিলালিয়ে তেওঁক যে ইমান ভাল পাই পেলাইছে তেওঁ কল্পনাও কৰিব পৰা নাছিল।

"আৰু যদি আমাক আশীৰ্বাদ নিদিয়ে ?"

বিলালিৰ মুখখন আকৌ আতঙ্কত ক'লা পৰি গ'ল।

"যদি আশীৰ্বাদ নিদিয়ে তেন্তে আমি দুয়ো তেওঁৰ সমুখত মৰিম। কাৰণ তেওঁ আমাক আশীৰ্বাদ নকৰিলে আমাৰ জীয়াই থকা টান হ'ব।"

ভাৱাবেগত গভীৰ অনুৰাগেৰে বিজয়ে বিলালিক বুকুৰ মাজত ল'লে। লগে লগে তেওঁ সজাগ হৈ আকৌ সুধিলে—"কিন্তু বিলালি, তোমাৰ দেউতাৰ কিহৰ কাৰণে তালৈ গৈছে ? নক'লা দেখোন।"

"কিয় গৈছে নাজানো, সম্ভৱ তোমালোকৰ কথাকে ক'বলৈ গৈছে।"

"আমাৰ কথা ?"

"তোমালোকক এতিয়া কি কৰিব, তাকে সুধিবলৈ সম্ভৱ গৈছে।"

এটা কথা সুধিব বুলি ভাবিও বিজয় বিৰত হ'ল। সেই বাঘ আৰু তাৰ ডিঙিত থকা সোণৰ হাৰ, গুহা, সুৰঙ্গ, সঙ্গীতৰ ধ্বনি আৰু অসীম শূন্যৰ পৰা ওলাই অহা সুগন্ধ। এই ৰহস্যৰ বিষয়ে তেওঁ সুধিব বুলি ভাবিছিল।

"আমাক ইয়ালৈ কিয় ধৰি আনিছে জানা নেকি ?"

"নেজানো।"

"আৰু তোমালোকৰ মানুহবোৰে আমাক ইমান ভাল ব্যৱহাৰ কিয় কৰিছে জানানেকি ?"

'নেজানো, কিন্তু দেউতাই তোমালোকক ভাল ব্যৱহাৰ কৰিবলৈ সকলোকে আদেশ দিছে।"

"কিয় ?"

"নেজানো, সম্ভৱ সেয়াও সেই দেৱীৰ আদেশ।"

"দেৱীৰ আদেশ ? কিন্তু আমি ইয়ালৈ অহাৰ কথা তেওঁ জানিলে কেনেকৈ ?"

বিলালিয়ে উত্তৰ দিবলৈ নৌ পাওঁতেই তেওঁলোকৰ পিচফালে কেইটামান মানুহে হঠাৎ বিকটভাৱে গৰ্জন কৰি উঠিল।

আলিঙ্গনচ্যুত হৈ বিজয় আৰু বিলালি শিলছটাৰ ওপৰত থিয় হৈ সিইফালৈ চালে। গভীৰ আতঙ্ক আৰু বিস্ময়ত বিলালিৰ মুখৰ পৰা

এটা চিঞৰ ওলাই আহিল—"বিখুন তই ?"

আক্ৰোশত কৰ্কশ স্বৰত বিখুনে ক'লে—"মই ? বিদেশীটোক পলুৱাই আনি তাক বচাব খুজিছিলি। কিন্তু নোৱাৰিলি বিলালি। তইতো দুয়ো পাপ কৰিছ আৰু হাতে হাতে ধৰা পৰিছ। গতিকে " কৈয়েই বিখুনে হাতৰ ধনুকাঁড় বিজয়লৈ পোনালে।

তীব্ৰ স্বৰত বিলালিয়ে চিঞৰি উঠিল। দলবদ্ধ আক্ৰমণৰ বিৰুদ্ধে বিজয়ে সুদা হাতেৰেই যুঁজিবলৈ সাজু হ'ল। কিন্তু সাজু হোৱাৰ আগতেই বিখুনৰ বিঁহ মিহলি কাঁড়পাত আহি তেওঁৰ বাহুত সোমাই গ'ল। লগে লগে এটা চিঞৰ মাৰি বিজয় মাটিত পৰি গ'ল। অতৰ্কিতে এই ঘটনা ঘটিল।

বিজয়ৰ শৰীৰৰ ওপৰত বাগৰি এটা তীব্ৰ চিঞৰ মাৰি বিলালিও মূৰ্চ্ছা গ'ল।

তেতিয়া লাহে লাহে ৰাতি পুৱাইছে।

॥ আঠ ॥

পুৰণি দালান সদৃশ ঘৰ এটাৰ এটা সু-সজ্জিত কোঠাৰ এখন বিচনাত বিজয় অচেতন অৱস্থাত পৰি আছে। এইদৰেই জ্ঞানহীন অৱস্থাত বিজয় আছে। বিথুনৰ কাঁড়ৰ আঘাতত পৰি যোৱাৰ পিচৰ পৰা বিজয় সংজ্ঞাহীন হৈ পৰিছিল।

বিজয়ৰ কাষত বহি আছে গম্ভীৰ দুঃচিন্তাগ্ৰস্ত ৰণবীৰ সিং। মৃত্যুপথ-যাত্ৰী বিজয়ৰ কাৰণে চিন্তা কৰি কৰি ৰণবীৰৰ যেন বয়স বহুত বাঢ়ি গ'ল। ৰাতি দিন টোপনি নাই, ভগৱানৰ ওচৰত পুত্ৰাধিক বিজয়ৰ জীৱনৰ কাৰণে প্ৰাৰ্থনা কৰি কৰি তেওঁ ভাগৰি পৰিছে। তেওঁৰ জীৱনটোৰ বিনিময়ত বিজয়ৰ জীৱনটো যেন ঘূৰাই পায়, তাকেই কাতৰভাৱে বিচাৰিছে তেওঁ সৰ্বমঙ্গলময়ৰ ওচৰত। ৰণবীৰ দদাইদেউৰ লগতে প্ৰসাদৰ অৱস্থাও দুখলগা হৈ পৰিছে। প্ৰসাদেও খাবলৈ ববলৈ এৰি দি বিজয়ৰ বিচনাখনৰ কাষত বহি আজীৱন সঙ্গী আৰু গিৰিহঁত ৰণবীৰৰ নীৰৱ প্ৰাৰ্থনা আৰু চকুপানী চাই চাই চকুপানী টুকিছে।

যোৱা পাঁচদিন মৃত্যুৰ লগত সংগ্ৰাম কৰি বিজয়ক দোলা এখনত তুলি আজি ৰাতিপুৱা এই ঠাইখনলৈ লৈ অনা হৈছে। তেওঁলোকৰ লগত দলপতি কুম্‌বাণ আৰু পঁচিশটা সশস্ত্ৰ সহচৰো আহিছিল। আহি পোৱাৰ লগে লগে ৰণবীৰে দলপতি কুম্‌বাণৰ হাতে-ভৰিয়ে ধৰি কাতৰ অনুৰোধ কৰিছিল সেই সৰ্বশক্তিসম্পন্না আই দেৱীৰ লগত এবাৰ সাক্ষাৎ কৰাই দিবলৈ। ৰণবীৰ সিঙে থোকা-থুকি মাতেৰে কুম্‌বাণক কৈছিল—

—"ভাই কুম্‌বাণ, তুমি যেন আজিয়েই দেৱীৰ লগত দেখা কৰাই দিয়া। মোৰ বিজয়ৰ প্ৰাণ বচাবৰ কাৰণে মই আই দেৱীৰ চৰণত প্ৰাৰ্থনা কৰিম। দেৱীয়ে অনুগ্ৰহ নকৰিলে মোৰ বিজয়ে প্ৰাণ ঘূৰাই নেপায় কুম্‌বাণ।"

ৰণবীৰৰ এই কাতৰতাত কঠোৰ দলপতি কুম্বাণ কম অভিভূত হোৱা নাছিল। তেৱোঁ সমদুখী আৰু ৰণবীৰৰ উৎকণ্ঠাত সমভাগী। ৰণবীৰৰ চকুপানী আৰু থোকা-থুকি মাতে কুম্বাণৰো চকু চলচলীয়া কৰি তুলিছিল। তেওঁ ৰণবীৰৰ বাহুত হাতখন থৈ কৈছিল—"ৰণবীৰ, সেই অলৌকিক শক্তিসম্পন্না আৰু সৰ্বমঙ্গলা আমাৰ দেৱীৰ সৈতে তোমাৰ সাক্ষাৎ মই নিশ্চয় কৰাই দিম। তুমি পাহৰি নেযাবা ইয়াত মোৰো স্বাৰ্থ আছে। বিজয়ৰ মৃত্যু হ'লে মোৰো বিলাসিক মই হেৰুৱাম।"

সমবয়সী কুম্বাণৰ হাতখন ধৰি ৰণবীৰে ক'লে—"তেনেহ'লে তুমি পলম নকৰিবা বন্ধু কুম্বাণ! এতিয়াই দেৱীৰ ওচৰলৈ যোৱা। মই অধৈৰ্য্য হৈ পৰিছো। তোমাৰ কামৰ ঋণ মই এই জীৱনত সুঁধিব নোৱাৰিম।"

"যোৱা পাঁচদিন ধৈৰ্য্য ধৰিলা বন্ধু, আৰু অলপ সময় ধৈৰ্য্য ধৰা। মই এতিয়াই যাওঁ। তুমি ক্ষন্তেক বিজয়ৰ ওচৰত থাকা। মই দেৱীৰ অনুমতি লৈ অলপ পিচতেই আহিম।"

ওখ হৃষ্টপুষ্ট আৰু শক্তিমান দলপতি কুম্বাণ ওলাই গ'ল। হাতযোৰ কৰি ৰণবীৰে আকৌ ভগৱানক প্ৰাৰ্থনা জনালে—ভগৱান! অলৌকিক শক্তিসম্পন্না দেৱীৰ সৈতে মোৰ সাক্ষাৎ ঘটুৱাই দিয়া। মোক বিফল নকৰিবা। কুম্বাণে যেন অনুমতি লৈ আহিব পাৰে। মৃত্যুৰ লগত যুদ্ধ কৰোঁতে কৰোঁতে মই অধৈৰ্য্য হৈ পৰিছো। মোৰ শক্তি নাইকিয়া হৈ আহিছে। ভগৱান !

···সঁচাকৈয়েই যোৱা পাঁচদিনে পৌঢ় ৰণবীৰ সিঙে যি ধৈৰ্য্য আৰু মনোবল দেখুৱাইছে সি অতুলনীয়।

সেইদিনা পাহাৰৰ ওপৰৰ সেই শিলছটাত বিজয় শৰবিদ্ধ হৈ অজ্ঞান হৈ পৰাৰ অলপ পিচতেই ৰণবীৰ আৰু প্ৰসাদ কেইটামান মানুহৰ সৈতে সেইখিনি পাইছিলগৈ। তেতিয়া বিলাসিয়ে বিজয়ৰ গাত মূৰটো থৈ আউলি-বাউলি হৈ ইনাই-বিনাই কান্দি আছিল। বিজয়ৰ সোঁ-বাহুত

লাগি থকা কাঁড়পাত আৰু তাৰপৰা তেজৰ সোঁত বোৱা দেখি ৰণবীৰ ভয় আৰু আতঙ্কত শিঁয়ৰি উঠিল। অতৰ্কিতে 'বিজয়' বুলি তেওঁৰ মুখৰ পৰা চিঞৰ ওলাই আহিল। ঠিক তেনে সময়তে দলপতি কুম্বাণ খোপাই জোপাই তীব্র বেগে আহি তেজেৰে তুমুকলী দিয়া বিজয়ৰ দেহাটো দেখি বজ্র-কঠোৰ স্বৰেৰে চিঞৰি দিলে—"কোনে মাৰিলে? কাৰ ইমান সাহস?"—গোটেই পাহাৰটো যেন কঁপি উঠিল।

কান্দি কান্দি সংযত হ'বলৈ চেষ্টা কৰি বিজয়ৰ বুকুৰ পৰা মূৰটো দাঙি বিলালিয়ে চিঞৰি ক'লে—'বিখুন।'

জীয়েক বিলালিক দেখি দলপতি কুম্বাণ চক্ খাই উঠিল। অস্ফুট স্বৰত কণ্ঠৰ পৰা ওলাল—'বিলালি।' তাৰপিচত প্রচণ্ড খং আৰু আক্রোশেৰে চিঞৰি উঠিল—'বিখুন? কলৈ গ'ল সি?' জাকৰ পৰা কোনোবা এটাই ক'লে—'পলাল।'

"কলৈ পলাব সি? ক'তো পলাই সাৰিব নোৱাৰে। দেৱীৰ আলহীক মাৰি সি এই পৃথিৱীত ক'তো পলাই সাৰিব নোৱাৰে। তেওঁৰ অভিশাপ তাৰ ওপৰত নিষ্ঠুৰভাৱে পৰিব।"—ক্রোধ, আতঙ্ক আৰু প্রতিহিংসা দলপতিৰ মুখত পৰিস্ফুট হৈ পৰিল।

তাৰপিচৰ কামখিনি কুম্বাণে বিদ্যুৎ গতিত সম্পন্ন কৰিলে। বিজয়ক দাংকোলা কৈ লৈ পাহাৰৰ পৰা নামি আহিল আৰু নিজৰ গুহাসদৃশ ঘৰৰ বিচনাত শুৱাই দিলে। কাঁড়পাত উলিয়াই বাহুটো ধুৱাই দিলে। ইতিমধ্যে দৰব-পাতি লৈ বেজ আহিছিল। বেজে তেজ বন্ধ কৰিবৰ কাৰণে বন দৰব পিঁহি লগাই কাপোৰেৰে বাহুটো বান্ধি দিলে। ৰণবীৰ আৰু প্রসাদে গভীৰ উৎকণ্ঠাৰে বিজয়ৰ মুখলৈ চাবলৈ ধৰিলে। কান্দি কান্দি বিলালিৰ চকু উখহি গৈছিল। তাই বিজয়ৰ ভৰি পথানত বহি আশা আৰু আকুলতাৰে বেজৰ পিনে চাই থাকিল।

বেজে দৰব বাটি দি শিলৰ বাটি এটাত আন এটা দৰব পিঁহি তাৰ ৰস উলিয়াই অজ্ঞান বিজয়ৰ মুখখন মেলি বাকি দিলে। তাৰপিচত বিজয়ৰ চকুৰ পিৰিকতি দাঙি চালে।

ইমান সময় নিস্তব্ধ হৈ উৎকণ্ঠাবে চাই থকা দলপতিয়ে বেজৰ মুখলৈ চাই সুধিলে—"কেনেকুৱা দেখিলি ?"

বেজে চিন্তাযুক্ত স্বৰেৰে ক'লে—"বাৰঘন্টা নোযোৱালৈকে মই একো ক'ব নোৱাৰো দলপতি। বাৰঘন্টাৰ ভিতৰত জ্ঞান ঘূৰি আহিলে ভালেই, নহ'লে মই আশা দেখা নাই। আই দেৱীৰ বাহিৰে কোনেও নোৱাৰিব। এই যুৱকৰ গোটেই শৰীৰত বিষ বিয়পি পৰিছে। তীব্ৰ বিষত ইমান সময় মৃত্যু হ'ব লাগিছিল। কিন্তু আচৰিত কথা, এতিয়ালৈকে মৃত্যু হোৱা নাই। অহা বাৰঘন্টা কাল আমি বাট চাব লাগিব। দলপতি ! এই সময়খিনি ইয়াত কোনো থাকিব নেলাগিব, সকলো বাহিৰত থাকক ··।"

ৰণবীৰ, প্ৰসাদ, দলপতি—সকলো বাহিৰলৈ যাবলৈ সাজু হ'ল। কিন্তু বিলালিয়ে হুক্ হুক্‌কৈ কান্দি ক'বলৈ ধৰিলে—"মই এওঁক এৰি নেথাকো। মোক থাকিবলৈ দিয়া। এওঁ জ্ঞান নোপোৱালৈকে মই কেতিয়াও এই ঠাই এৰি নেযাওঁ।"

কঠোৰ কৰ্ত্তব্যপৰায়ণ দলপতি কুম্‌বাণৰ তৎক্ষণাৎ দপ্‌কৈ খং উঠিল। এই বুদ্ধি বিবেচনাহীন জীয়েকৰ কাৰণেই আজি এই বিদেশী যুৱক মৃত্যুৰ মুখত। অথচ এই ছোৱালীজনীয়ে এতিয়াও তাইৰ জেদ এৰিব পৰা নাই।

খং আৰু আক্ৰোশত কুম্‌বাণে জীয়েকক উদ্দেশ্য কৰি চিঞৰি উঠিল—"বিলালি ! তই বেছি আগবাঢ়িছ। এইজন কোন জাননে ? স্বয়ং দেৱীৰ আলহী। তোৰ এনেকুৱা কাৰ্য্যৰ কাৰণে আমাৰ হুয়োৰে কি অৱস্থা হ'ব কল্পনা কৰিব পাৰিছনে ? তই আঁতৰি যা বিলালি—আঁতৰি যা।"

বাপেকৰ এনে প্ৰচণ্ড খং দেখি বিলালি ভয়ত কঁপি উঠিল। কিন্তু তাই বিচনাৰ পৰা নুঠিল আৰু বিজয়ৰ ভৰি দুখনত সাৱটি হুকুহুক্‌কৈ কান্দিবলৈ ধৰিলে।

অসীম প্ৰতাপী দলপতিৰ মনটোও সেমেকি উঠিল। তেওঁ তাইৰ পিঠিত হাতখন থ'লে। কিবা ক'ব খুজিও তেওঁ মৰমৰ জীয়েকক একো

ক'ব নোৱাৰিলে। যেন্তে বোধকৰো দলপতিৰ মনৰ কথা বুজিলে, তেওঁ ক'লে—

—"ঠিক আছে, এওঁৰ কাষত মাত্র বিলালি থাকক; কিন্তু আন কোনো মানুহ ইয়াত থাকিব নোৱাৰিব।"

ইয়াৰ পিচত বাৰঘন্টা কাল বিজয় পৰি থকা ঘৰটোৰ বাহিৰত ৰণবীৰ, দলপতি, কুম্‌বাণ আদিয়ে গভীৰ উৎকণ্ঠা আৰু চিন্তাৰে প্ৰতীক্ষা কৰি থাকিল। খোৱা-বোৱা নাই; সকলোৰে মনত মাত্র এটাই চিন্তা। ৰণবীৰ সিঙে পুত্রাধিক বিজয়ৰ এনে শোচনীৰ দুৰ্ঘটনাত একেবাৰে অধৈৰ্য্য হৈ পৰিছে।

এই আচৰিত আৰু অভাৱনীয় দুৰ্ঘটনাত দলপতি কুম্‌বাণো কম বিচলিত হোৱা নাই। বিখুনক বিচাৰিবলৈ চাৰিওফালে মানুহ পঠিয়ালে, কিন্তু কোনেও তাৰ সন্ধান উলিয়াব নোৱাৰিলে। যদি কেনেবাকৈ বিজয়ৰ মৃত্যু হয় তেন্তে তাৰ পৰিণতি কি হ'ব, ভবাৰ লগে লগে কুম্‌বাণৰ গাৰ নোম ডাল ডাল হৈ পৰিল। আই দেৱীৰ আগত তেওঁ কি উত্তৰ দিব? দেৱীয়ে কুম্‌বাণক ক্ষমা কৰিবনে? কেতিয়াও নকৰে। পলাইও সাৰিব নোৱাৰিব। অলৌকিক শক্তিধাৰিণী দেৱীৰ কোপ দৃষ্টিয়ে খেদি খেদি কুম্‌বাণক এই পৃথিবীৰ পৰা নিশ্চিহ্ন কৰি পেলাব।

....দেৱীয়ে এই বিদেশী আলহী বিজয়ক উপযুক্ত সন্মানেৰে কোনো হানি-বিঘিনি নোহোৱাকৈ তেওঁৰ ওচৰলৈ লৈ যাবলৈ আদেশ দিছিল। কিন্তু বিশ্বাসঘাতক আৰু আত্ৰোহী বিখুনে সকলো শেষ কৰি দিলে। সি নিজেতো ধ্বংস হ'লেই; কুম্‌বাণকো মাৰি থৈ গ'ল।··· ···কিন্তু বিখুনৰ গাত দোষ কি? জীয়েকক তালৈ দিম বুলি তেৱেঁই কথা দিছিল। অৱশ্যে জীয়েকে দুৰ্ধোৰ আপত্তি কৰিছিল। বিলালিয়ে এই ধুনীয়া ডেকা ল'ৰাটোক বোধকৰো ভাল পালে। কিন্তু তাই হতভাগিনীয়ে নেজানে নেকি যে এই সমাজত 'ভালপোৱা' এটা পাপ? দলপতিৰ ছোৱালী হৈ তাই এনে বেয়া কাম কিয় কৰিলে? পাপৰ ফল তাই হাতে হাতে পালে। এই বিদেশী ডেকাৰ যদি কেনেবাকৈ মৃত্যু হবলগীয়া হয়

তেন্তে দেৱীৰ ক্ৰোধাগ্নি দৃষ্টিৰ পৰা জীয়েকো সাৰি নেযায়। তাৰি কুমৰাণ আতঙ্কিত হৈ পৰিল। বাপেক আৰু জীয়েক দুয়োৰে মৃত্যু অৱধাৰিত। দলপতি কুমৰাণে সন্মুখৰ পথাৰখনৰ মাজত আঠুকাঢ়ি থিয় হ'ল আৰু হাত দুখন পূৰপিনৰ পাহাৰৰ পিনে দাঙি অধিষ্ঠাত্ৰী দেৱীৰ উদ্দেশ্যে মিনতি কৰি বিৰবিৰকৈ ক'বলৈ ধৰিলে—"দেৱী! মোৰ ছোৱালীৰ ডাঙৰ দোষ হৈছে; তুমি তাইক ক্ষমা কৰা। তাই একো নেজানে সৰু ছোৱালী। এই বিদেশী ল'ৰাটোৰ জীৱন দান দিয়া।"

উদগ্ৰীৱ আৰু উৎকণ্ঠাৰে অস্থিৰ হৈ পৰা ৰণবীৰে কুমৰাণৰ বাহুটোত্ ধৰি জোকাৰি ক'লে—"দলপতি, বেজে কোৱা সময়খিনিৰ ভিতৰত যদি বিজয়ে জ্ঞান নেপায়, তেতিয়া কি কৰিবা? যদি তোমাৰ বেজে ভাল কৰিব নোৱাৰে।"

এই প্ৰশ্নত কুমৰাণ চক খাই উঠিল। অলপ সময় ভাবি ক'লে—"তেতিয়াও আশা নেহেকৰাবা বন্ধু। মই এই ডেকা ল'ৰাটো আৰু তোমালোকক সেই পৰম শক্তিধাৰিণী আমাৰ আই দেৱীৰ ওচৰলৈ লৈ যাম। তেওঁৰ কাষ চাপিব পাৰিলে কোনো ভয় নেথাকিব। সেই দেৱীৰ নোৱাৰা কাম একো নাই। মোৰ মৃত্যু হলেও হ'ব; তথাপি এই ল'ৰাটো জীয়াবই লাগিব। মোৰ এই অভাগিনী ছোৱালীৰ বাবে মই মৃত্যু পণ কৰিছো।"

দলপতিৰ মুখলৈ চাই মনোবল হেৰুৱাই পেলোৱা ৰণবীৰে যেন বহুত বল পালে। দলপতিৰ নিষ্ঠা, আন্তৰিকতা আৰু আত্মবিশ্বাসত ৰণবীৰ অভিভূত হৈ পৰিল। ৰহস্যময় দ্বীপৰ মাজত আচহুৱা আৰু অভিনৱ আচাৰ-ব্যৱহাৰৰ মাজতো সন্তানৰ প্ৰতি পিতৃস্নেহ সকলোতে একেই। দলপতিৰ মুখলৈ চাই হতাশ হৈ পৰা ৰণবীৰে উৎসাহ পালে।

...এইদৰে লাহে লাহে বাৰ ঘণ্টা কাল পাৰহৈ গ'ল। বিজয়ৰ জ্ঞান কিন্তু ঘূৰি নাহিল। যেনেদৰে পৰি আছিল তেনেদৰেই পৰি থাকিল।

বেজে ভাল কৰিব নোৱাৰে বুলি শেষ উত্তৰ দি দিলে। ৰণবীৰ সিং হতাশ হ'ল যদিও কুম্বাণ কিন্তু তেওঁৰ কৰ্ত্তব্যত অবিচল আৰু অটল হৈ থাকিল। পঁচিশজন ডেকা বলী মানুহ ঠিক কৰি বিজয়ক লৈ বাড়িটোৰ ভিতৰতে অধিষ্ঠাত্ৰী দেৱীৰ ওচৰলৈ যাবলৈ সাজু হ'ল। ৰণবীৰে ক'লে —"বন্ধু। দেৱীৰ ওচৰলৈ যাব পৰা আটাইতকৈ চমু বাটটোৰেদি আমাক লৈ ব'লা ...।"

কুম্বাণে ক'লে—"চমু বাটটোৰে যাব পৰা হ'লে ময়ো ভাল পালো-হেঁতেন ৰণবীৰ সিং। কিন্তু উপায় নাই। বিজয়ক কান্ধত তুলি সেই বাটটোৰেদি যোৱা সম্ভৱপৰ নহ'ব। তাৰোপৰি তোমালোকো আছা। সেই চমু বাটটোৰে যাব পৰা হ'লে কাইলৈৰ ভিতৰতে আমি পালো-গৈহেঁতেন।"

বিজয়ৰ যাতে আৰু কোনো হানি-বিঘিনি নহয় তাৰবাবেই দীঘলীয়া বাট ল'বলগীয়া হ'ল। কিন্তু যাত্ৰাৰ আগতে বিলালিয়ে যি দৃশ্যৰ অৱতাৰণা কৰিলে সি ৰূঢ় আৰু কঠোৰ প্ৰকৃতিৰ কুম্বাণৰ পক্ষেও মৰ্ম্মস্পৰ্শী হৈ পৰিল। বিলালিও বিজয়ৰ লগত যাব খুজিলে। বাপেকে বুকুত সাৱটি লৈ বহুত বুজোৱাৰ পিচতহে তাই কিছু শান্ত হ'ল। কুম্বাণে জীয়েকক কথা দিলে বিজয়ক ভাল কৰি আকৌ জীয়েকৰ ওচৰলৈ লৈ আহিব। বিলালিৰ গভীৰ প্ৰেমত অভিভূত হৈ ৰণবীৰ সিঙৰো চকুপানী ওলাল। সেই ৰহস্যময়ী প্ৰভূত শক্তিধাৰিণী দেৱীৰ ৰাজ্যত যি কোনো বাহিৰা নাৰীৰ প্ৰৱেশ নিষিদ্ধ, নহ'লে বিলালিক বাধা দিয়াৰ সাধ্য কাৰো নহ'লহেঁতেন।

ইয়াৰ পিচত কুম্বাণ, ৰণবীৰ সিং, প্ৰসাদ আৰু পঁচিশটা মানুহৰ দলটোৱে অধিষ্ঠাত্ৰী দেৱীৰ ৰাজ্যৰ উদ্দেশ্যে যাত্ৰা কৰিলে। সকলোৰ মনত এটাই আশা আৰু বিশ্বাস আৰু সেয়া হৈছে অলৌকিক শক্তিসম্পন্না সেই দেৱীৰ স্পৰ্শতহে বিজয়ে জ্ঞান ঘূৰাই পাব। বিজয়ক মৃত্যুৰ মুখৰ পৰা ঘূৰাই অনাৰ সাধ্য তেওঁৰ বাহিৰে কাৰো নাই। এখন বিশেষ ধৰণৰ

দোলাত চাৰিটা মানুহে বিজয়ক কান্ধত তুলি ল'লে। দুখন সাধাৰণ দোলাও লোৱা হ'ল ৰণবীৰ আৰু প্ৰসাদৰ কাৰণে।

প্ৰথম দুদিন কোনো অঘটন নোহোৱাকৈ পাৰ হৈ গ'ল। থিয় পাহাৰটোৰ ওপৰেদি আহিব পৰা হ'লে তেওঁলোক বহুতদূৰ আগুৱাই যাব পাৰিলেহেঁতেন। কিন্তু তেওঁলোক পাহাৰৰ নামনিয়েদি সমতল ঠাইৰ মাজেদি আগবাঢ়ি যাবলৈ ধৰিলে।

প্ৰথম দিনা ৰণবীৰে কুম্ৰাণহঁতৰ লগত খোজকাঢ়িয়েই আহিছিল কিন্তু দ্বিতীয়দিনা নোৱাৰিলে। প্ৰসাদৰ দৰে তেৱোঁ দোলাত উঠি বহিব লগীয়াত পৰিল। যোৱা দুইদিনত তেওঁৰ যি মানসিক বিপৰ্য্যয় ঘটিছে —তেওঁৰ বল শক্তি প্ৰায় নিঃশেষ হৈছে। জীয়াই থকাৰ মোহ তেওঁৰ নোহোৱা হৈ গৈছিল। তেওঁ খাবলৈ এৰি দিছিল—কিন্তু বিজয়ক বচাবলৈ হ'লে তেওঁ জীয়াই থাকিব লাগিব, এই কথা উপলব্ধি হোৱাৰ লগে লগে তেওঁ মনোবল ঘূৰাই পাইছিল। তেওঁ খাইছিল।

॥ ন ॥

ৰণবীৰৰ মনটো দুশ্চিন্তাৰে ভৰি পৰিছিল। বাটত দেখা অপূৰ্ব প্ৰাকৃতিক দৃশ্যইও তেওঁৰ মনত কোনো ধৰণৰ ৰেখাপাত কৰিব পৰা নাছিল। হাবি-বন, গছ-গছনি আদিৰ প্ৰতি থকা তেওঁৰ দুৰ্বাৰ কৌতূহল যেন নাইকিয়া হৈ পৰিছিল। এখন পথাৰ পাৰ হোৱাৰ পিচত এখন সমতল ঠাইত ছালি ধৰি নাচি থকা এজাক ম'ৰা চৰাই দেখিও তেওঁৰ ভাল নেলাগিল। তেওঁৰ মনত এতিয়া মাত্ৰ এটাই চিন্তা আৰু সেয়া হৈছে কেনেকৈ বিজয়ৰ প্ৰাণ ঘূৰাই আনিব পাৰি।

তৃতীয় দিনা তেওঁলোক এখন জয়াল ঠাইৰ মাজেদি যাবলগীয়াত পৰিল। ৰহস্যময় দ্বীপৰ এই ঠাইখিনিৰ কথা তেওঁ নজনা নহয়। কিন্তু ইয়াৰ কাৰেদিয়েই যে তেওঁলোক যাব লাগিব তেওঁ ভবা নাছিল। কুম্ৰাণে দোলা কঢ়িয়াই নিয়া মানুহকিটাক এই বিস্তীৰ্ণ জলাহ ভূমি সতৰ্কতাৰে পাৰ হ'বলৈ সকিয়াই দিলে।

এই জলাহ ভূমি যে ইমান ব্যাপক ৰণবীৰে কল্পনা কৰিব পৰা নাছিল। ক'তো এডালো গছ-গছনি নাই। নৈৰ পাৰৰ পলসুৱা মাটিৰ দৰে সোপোকা। এই মাটিত ভৰি পিছলি যদি কেনেবাকৈ পৰিবলগীয়া হয়, কিমান দলৈকে যে মানুহটো সোমাই যাব তাৰ ঠিকনা নাই। ঠায়ে ঠায়ে একেবাৰে বোকা, তাৰপৰা বুৰ্বুৰকৈ তলৰ পৰা পানী ওলাই আছে। এই বিৰাট অঞ্চল পাৰহৈ যোৱাৰ কথা কল্পনা কৰি ৰণবীৰ দোলাৰ ভিতৰতেই কঁপি উঠিল। পাহাৰৰ কাষৰ নামনিত এটা ঠেক বাট। সেই বাটটোৰেদি হাতত থকা বাঠি পাতেৰে খুপি খুপি মানুহবোৰ মন্থৰ গতিত আগবাঢ়িছে। একেবাৰে সন্মুখত দুটা মানুহ।

সিইঁতৰ পিচত বিজয়ক কঢ়িয়াই অনা চাৰিটা মানুহ। তাৰ পিচতেই তেওঁলোকক কঢ়িয়াই অনা দোলাভাৰী। একেবাৰে পিচত কেইটামান মানুহ।

কুম্বাণে ক'লে—"এই বেয়া অঞ্চলটো নির্বিঘ্নে পাৰ হৈ যাব পাৰিলেই বিশেষ চিন্তা নাই। ইয়াৰ পিচতেই এটা পাহাৰ আৰু পাহাৰৰ মাজেদি এটা দীঘলীয়া সুৰঙ্গ। সুৰঙ্গটো পাৰ হোৱাৰ পাচত এখন সমতলভূমি পোৱা যাব। সমতলৰ ঠাইখিনি পাৰ হৈ যোৱাৰ লগে লগে এটা সু-উচ্চ পাহাৰ পোৱা যাব। পাহাৰটোৰ শৃঙ্গটো ভীষণ ওখ আৰু সেই শৃঙ্গত এছটা বগা উজ্জ্বল শিল। ৰাতিয়ে দিনে সমানে সেই শিলছটা জিলিকি থাকে। সেই পাহাৰটোৰ পৰাই অধিষ্ঠাত্রী দেৱীৰ ৰাজ্য আৰম্ভ। পাহাৰটোৰ কাষ চপাৰ লগে লগে 'পাহাৰৰ গাতেই এটা বিৰাট গুহাৰ মুখ দেখা যায়। সেয়ে প্রধান তোৰণ। এই তোৰণৰ মুখত দুকাষে দুটা সিংহ অহর্নিশে প্রহৰাৰত হৈ থাকে। কোনো মনুষ্য প্রহৰী নাই। এই প্রধান দুৱাৰেদি- পাহাৰৰ মাজেদি কেবামাইলো যোৱাৰ পিচতহে দেৱীৰ বাসস্থান।"

দোলাৰ ভিতৰত বহি যোৱা সত্বেও ৰণবীৰৰ চকু সততে বিজয়ৰ ওপৰত আছিল। যোৱা তিনিদিন বিজয় অজ্ঞান হৈ পৰি আছে। একেদৰেই পৰি আছে; কিন্তু মৃত্যু হোৱা নাই। ইয়ো ৰণবীৰৰ কাৰণে এটা আশ্চর্য্যৰ বিষয়। বিজয়ে এইদৰে মৃত্যুৰ লগত আৰু কিমান দিন যুঁজ কৰিব পাৰিব? সকলোৰে তো এটা সীমা আছে। এইকথা ভবাৰ লগে লগে ৰণবীৰৰ মনটো আকৌ অধৈৰ্য্য আৰু উত্ৰাৱল হৈ পৰিল।

জলাহ ভূমিৰ মাজত হঠাত দেখা কিছুমান ভগ্নস্তূপে ৰণবীৰৰ ভাৱনা ব্যাহত কৰি দিলে। কৌতুহলী দৃষ্টিৰে তেওঁ কুম্বাণক সুধিলে—"কুম্বাণ! সেইবোৰ কিহৰ ভগ্নাৱশেষ?"

ৰণবীৰৰ দোলাৰ কাষলৈ আহি কুম্বাণে ক'লে—"এই জলাহ খণ্ডৰ ওপৰত এসময়ত এখন ধুনীয়া নগৰ আছিল। এয়া এতিয়াৰ কথা

নহয়। এতিয়াৰ পৰা কমেও আঢৈ হাজাৰ বছৰৰ আগৰ কথা। সেই নগৰ কালৰ সোঁতত মাটিৰ তলত জাহ গ'ল। তাৰে এটা চিন এতিয়াও আছে।"

"সেই নগৰৰ নাম ?"

'আমাৰ ককাদেউতাহঁতৰ মুখত শুনিছো। সেই প্ৰাচীন আৰু ধুনীয়া নগৰখনৰ নাম আছিল পুষ্পক নগৰ—"

পুষ্পক নগৰ? বিজয়ৰ আদিমাতা স্বৰ্ণদেৱীয়ে তামৰ ফলিত লিখি থৈ যোৱা কথাবিলাকৰ প্ৰতিটো বৰ্ণ ৰণবীৰৰ চকুৰ আগত জাঁহি উঠিল। তেনেহ'লে বীৰ্য্যবাহন, স্বৰ্ণদেৱী আৰু পুষ্পক নগৰ সকলোবোৰেই সঁচা? যদি এয়া সত্য হয় তেন্তে সেই অনন্ত যৌৱনা নাৰীৰ অৱস্থিতিও মিছা হ'ব নোৱাৰে। লগে লগে ৰণবীৰৰ মস্তিষ্কত এটা বিদ্যুৎ প্ৰৱাহ খেলি গ'ল। চকু দুটা মুদি ৰণবীৰ আকৌ গভীৰ চিন্তাত মগ্ন হৈ পৰিল ।

…কিছুসময় এইদৰে গৈ থকাৰ পিচত হঠাৎ এটি বিকট চিঞৰে ৰণবীৰৰ চিন্তা ভাঙি খানবান কৰি দিলে। এটা মানুহৰ তীব্ৰ চিঞৰত দলটোত হুৱা দুৱা লাগি গ'ল। দোলা দুখনৰ পিচে পিচে আহি থকা মানুহ এটাই হঠাৎ পিছল খালে আৰু নিজক চম্ভালিব নোৱাৰি তলৰপৰা বুৰবুৰকৈ পানী ওলাই থকা জলাহ খণ্ডৰ মাজত পৰিল। এটা গভীৰ আতঙ্কৰ দৃষ্টিৰে ৰণবীৰে দেখিলে মানুহটো সেই অতল বোকাৰ মাজত লাহে লাহে সোমাই যাবলৈ ধৰিছে। প্ৰাণৰ আতুৰত যিমানেই সি হাত ভৰি মাৰিছে সিমানেই সি লাহে লাহে সোমাই গৈছে। সকলোৱে বিস্ফাৰিত দৃষ্টিৰে উপায়হীন হৈ এই বিভীষিকাময় দৃশ্য চাই আছে। প্ৰায় লগে লগেই এটা চিঞৰ মাৰি কুম্‌বাণে হাতত থকা যাঠিপাতৰ এটা আগ ডুবি যোৱা মানুহটোৰ ওচৰলৈ আগবঢ়াই দিলে আৰু তাত ধৰিবলৈ তাক চিঞৰি উঠিল। অথাই বোকাৰ মাজৰ পৰা সেই মানুহটোৱে ক্ষিপ্ৰগতিৰে বৰ্শপাতৰ আগটোত খাপমাৰি ধৰিলে, লগে লগে কুম্‌বাণে যাঠিপাত প্ৰচণ্ড বিক্ৰমেৰে টানি আনিলে। সেই মানুহটো বোকাৰ মাজৰ পৰা লুতুৰি-পুতুৰি হৈ ওলাই আহি পাহাৰৰ

নামনিত পৰিলহি। চকুৰ পচাৰতে কুম্‌ৰাণে ইমান তীব্ৰ গতিত এই কামটো কৰিলে যে ৰণবীৰে বিস্ময়ত একোমাত্তিব নোৱাৰিলে। ভাগ্যে পাহাৰৰ নামনিত এটা জুৰি আছিল। কুম্‌ৰাণে আকৌ একে ক্ষিপ্ৰভাৱে সেই মানুহটোক জুৰিৰ পানীৰ ওচৰলৈ লৰালৰিকৈ গা ধুৱাই দিলে। গা-ধুই মানুহটো বহুত সময় পানীৰ কাষত বহি থাকিল। আচম্বিতে অহা মৃত্যুৰ সৈতে যুদ্ধ কৰোতে সি যথেষ্ট অৱশ হৈ পৰিছিল। এই ঠাই-খিনিতেই বহুত সময় ৰ'ব লগা হ'ল। কুম্‌ৰাণে মানুহটোক তাৰ অসাৱধানতাৰ বাবে ভালকৈ ধমকিও দিলে।

গাৰ ঘাম মচি কুম্‌ৰাণে বিস্ময়ত নিমাত হৈ পৰা ৰণবীৰক ক'লে মানুহটোৰ ভাগ্য খুব ভাল। কাৰণ এতিয়ালৈকে এই জলাহভূমিত যিমান মানুহ পৰিছে, কোনো মানুহ উঠি আহিব পৰা নাই। সকলোৱে অসহায়ভাৱে মৃত্যুক সাৱটি লৈছে। অকল গভীৰ বোকা পানীয়েই নহয় এই জলাহখণ্ডৰ ঠায়ে ঠায়ে বিষাক্ত সাপো আছে।

মানুহটো সম্পূৰ্ণ ভাল হোৱাৰ পিচত আকৌ যাত্ৰা আৰম্ভ হ'ল। ইয়াৰ পিচত দুটা ৰাতি পাৰ হৈ গ'ল বাটত কোনো বাধা-বিঘিনি নোলাল। এই দুটা ৰাতিৰ ভিতৰত তেওঁলোকে এটা পাহাৰ আৰু এটা সুৰঙ্গ পাৰ হ'ল। তাৰপিচত তেওঁলোকে এখন সমতল ভূমিত ওলালহি।

এই সমতল ঠাইখনৰ কিছুদূৰ যোৱাৰ পিচত হঠাৎ এটা প্ৰকাণ্ড বাঘ আহি তেওঁলোকৰ আগত উপস্থিত হ'লহি। বাঘটো দেখি সকলোৰে মুখত এটা সমীহৰ ভাৱ ফুটি উঠিল। ৰণবীৰ খুব আচৰিত হ'ল। বাঘটোৰ ডিঙিত চকু পৰাৰ লগে লগে ৰণবীৰ বেছি আচৰিত হ'ল। সেই বাঘটোৱেই, সোণৰ হাৰ পিন্ধা। এই বাঘটোকেই তেওঁলোকে এই দ্বীপটোত ভৰি দিয়াৰ দিনা দেখিছিল আৰু ইয়াৰ গুংসূত্ৰ উলিয়াবলৈ ইয়াৰ পিচে পিচে বিজয় গৈছিল। এই বাঘটোৰ পিচে পিচে গৈ বিজয়ে কি পালে বা কি দেখিলে তাক ক'বলৈ বিজয়ে সময় নেপালে; তাৰ আগতেই এই দুৰ্ঘটনা ঘটিল।

এই সমতল ভূমিত সেই বাঘৰ উপস্থিতিত আচৰিত হৈ ৰণবীৰে কুম্‌বাণক মাতিলে। কুম্‌বাণে ৰণবীৰলৈ চাই ক'লে—"তুমি মোক কি বুলিবা মই জানো, বন্ধু। তুমি ঠিকেই অনুমান কৰিছা, সেই একেটা বাঘেই।"

"কিন্তু কুম্‌বাণ, এই বাঘটো হঠাৎ ইয়ালৈ কেনেকৈ আহিল ?"

"বন্ধু! ই দেৱীৰ মৰমৰ বাঘ। ই সদায় দেৱীৰ বাসস্থানৰ আশে-পাশে থাকে। তোমালোকক আদৰি বাট দেখুৱাই লৈ যাবলৈকে ইয়ালৈ আহিছে। তোমালোক অবাঞ্ছিত মানুহ হোৱা হ'লে ইয়াৰ পৰাই খেদি পঠালেহেঁতেন।"

বাঘটোৰ ইয়াৰ পিচৰ কাৰ্য্য দেখি ৰণবীৰে কুম্‌বাণৰ কথা বিশ্বাস নকৰি নোৱাৰিলে। বাঘটো মন্থৰ গতিত আগে আগে যাবলৈ ধৰিলে। তাৰ ডিঙিৰ সোণৰ হাৰডাল চিক্‌মিকাবলৈ ধৰিলে। অদূৰত থকা পাহাৰৰ শৃঙ্গৰ বগা শিলছটাও জিলিকি উঠিল। জিলিকি থকা এই শিলছটা সাগৰৰ পৰাই চকুত পৰে।

কিবা এটা ভয় লগা ৰহস্যই ৰণবীৰক যেন চাৰিওফালৰ পৰা বেৰি আহিবলৈ ধৰিছে।

কুম্‌বাণ আৰু দলৰ মানুহকেইটাৰ ভৰিৰ খোজৰ শব্দৰ বাহিৰে ক'তো সাৰি শব্দ নাই। এতিয়া সূৰ্য্যটো এচলীয়া হৈ পৰিছে। চাৰি-ওফালে নিমাত আৰু নিস্তব্ধতাই বিৰাজ কৰিছে হাতত ঘড়ীটো আছে। কিন্তু পাঁচ দিনৰ আগতেই ঘড়ী বন্ধ হ'ল। এই দ্বীপৰাজ্যত সময়ৰ অস্তিত্বৰ কথা ৰণবীৰে পাহৰি গৈছিল। সেই কাৰণেই ঘড়ীটোত চাবি দি ইয়াক জীয়াই ৰখাৰ কথাও সমূলি মনলৈ অহা নাছিল। এটা সাধাৰণ ঘড়ীয়ে সীমাহীন ৰহস্যৰ প্ৰতিটো মুহূৰ্তৰ কথা ক'ব নোৱাৰে।

লাহে লাহে দলটো আহি পাহাৰৰ নামনিৰ ঠিক মাজত থকা এখন প্ৰকাণ্ড দুৱাৰমুখত ৰ'ল। বাঘটোও ৰ'ল। প্ৰায় লগে লগে গগন কঁপোৱা চিঞৰেৰে কেশৰ ফুলাই দুটা বিৰাট সিংহ আহি

তোৰণৰ মুখত থিয় দিলে। ৰণবীৰে খুব ভয় খাইছিল যদিও সংযত হৈছিল। কিন্তু সিখন দোলাৰ পৰা প্ৰসাদে ভয়ত চিঞৰি দিলে। বাকী সকলো মানুহ নিমাত আনকি কুম্‌ৰাণো। দেৱীৰ বাসস্থানৰ প্ৰধান তোৰণ পোৱাৰ লগে লগে তেওঁ যেন অধিক সাৱধান আৰু বাক্ সংযমী হৈ পৰিছে।

সিংহ দুটাই দুৰাৰমান গোজৰণি মাৰি লাহে লাহে আঁতৰি গ'ল আৰু লগে লগে সন্মুখৰ বাঘটোৱে পাহাৰৰ মাজৰ সুৰঙ্গৰ পথটোৰ মাজেদি যাবলৈ ধৰিলে। দলটোও লাহে লাহে আগবাঢ়িবলৈ ধৰিলে।

॥ দহ ॥

আধা ঘণ্টাতকৈ অধিক কাল গভীৰ উৎকণ্ঠাৰে প্ৰতীক্ষা কৰাৰ পিচত কুম্‌ৰাণ ব্যস্তভাৱে উভতি আহিল। কুম্‌ৰাণৰ চকুৱে মুখে আনন্দ আৰু উত্তেজনা ভৰি পৰিছে।

'কি হ'ল ?'—অধৈৰ্য্য হৈ ৰণবীৰে সুধিলে।

"বন্ধু, পলম নকৰিবা। এতিয়াই তোমাক দেৱীয়ে দৰ্শন দিব, ব'লা।"

ভগৱানৰ প্ৰতি প্ৰণিপাত জনাই কুম্‌ৰাণৰ লগত ৰণবীৰ ওলাল। উগুল-থুগুল, অধৈৰ্য্য, চঞ্চলতা, উত্তেজনা, আশা—এই সকলোবোৰ একেলগে আহি পঞ্চাশ বছৰীয়া ৰণবীৰৰ মনত গোট খাইছেহি। অৱশেষত তেওঁৰ আশা সফল হ'ব ; দেৱীয়ে তেওঁক দৰ্শন দিব। বিজয়ক এৰি এটা মুহূৰ্ত্তও বাহিৰলৈ নাযাবলৈ তেওঁ প্ৰসাদক সঁকিয়াই দিলে। প্ৰসাদে প্ৰভুৰ আজ্ঞা আখৰে আখৰে পালন কৰিব বুলি ৰণবীৰে জানে।

তাৰপিচত ৰণবীৰ আৰু কুম্‌ৰাণ দেৱীৰ প্ৰসাদৰ উদ্দেশ্যে ওলাল। ঘৰটোৰ বাৰাণ্ডা পাৰ হোৱাৰ লগে লগে চোতালৰ নিচিনা এটুকুৰা মুকলি ঠাই। সেই মুকলি ঠাই পাৰ হোৱাৰ পিচতেই মাটিৰ তললৈ নামি যোৱা এটা বাট। সেই বাটেদি কিছু সময় যোৱাৰ পিচত এটা সৰু পাহাৰৰ মাজত থকা এখন প্ৰকাণ্ড দুৱাৰমুখ। দুৱাৰত এখন ডাঠ কাপোৰৰ পৰ্দা আঁৰি থোৱা আছে। দুৱাৰমুখত দুকাষে হাতত যাঠি লৈ থকা প্ৰহৰী। এই প্ৰহৰী কিন্তু তিৰোতা। মুখ কিমান গম্ভীৰ। দুৱাৰমুখত ৰণবীৰহঁত কিছুসময় ৰ'বলগীয়াত পৰিল। কুম্‌ৰাণে প্ৰহৰী কেইজনীক কিবা এটা ক'লে ; তেতিয়া সিহঁতে যাঠি দুপাত

গাৰ কাষলৈ চপাই আনিলে আৰু তলমূৰ কৰিলে। সিহঁতৰ মুখত কোনো শব্দ নাই।

পৰ্দা ঠেলি দুয়ো সোমাই যাবলৈ ধৰিলে। বাটৰ দুয়োকাষে দুখন দেৱাল। বাটটো পৰিষ্কাৰ আৰু ধুনীয়া।

কুম্বাণে অনুচ্চ কণ্ঠে ৰণবীৰক ক'লে,—"আমি দেৱীৰ প্ৰাসাদত সোমাইছোঁ। প্ৰাসাদত এতিয়া যিমান প্ৰহৰী পাবা সকলোবোৰেই তিৰোতা। ইয়াত এতিয়া তোমাৰ আৰু মোৰ বাহিৰে কোনো পুৰুষ নাই।"

ৰণবীৰ আচৰিত হ'ল—"সকলোৱেই তিৰোতা? পুৰুষ এজনো নাই? কাৰণ?"

"কাৰণ নুসুধিবা, আমি নেজানো। ইয়াত পুৰুষ আৰু বাহিৰা তিৰোতাৰ প্ৰৱেশ নিষেধ। আৰু দেৱীৰ বাহিৰে কোনেও কথা ক'ব নোৱাৰে।"

"ইয়াৰ অৰ্থ?"

"ইয়াৰ প্ৰতিজনী তিৰোতা অৰ্থাৎ প্ৰহৰী আৰু দেৱীৰ পৰিচাৰিকা সকলোৱেই বোবা। কথা ক'ব নোৱাৰে⋯"

আচৰিত হৈ ৰণবীৰে কুম্বাণৰ মুখলৈ চালে। কুমবাণে আকৌ ক'লে— "বন্ধু! তুমি এতিয়াৰ পৰাই সাৱধান হ'বা। তেওঁৰ লগত কথা-বতৰা হওঁতে খুব সতৰ্ক হ'বা। আচৰিত ধৰণৰ বস্তু বা কাৰ্য্য-কলাপ দেখিলেও তুমি দেৱীক প্ৰশ্ন নুসুধিবা। তোমাৰ কৌতূহল দমাই ৰাখিবা। তেওঁ কেনেবাকৈ ক্ষুণ্ণ হ'লে তোমাৰ আশা পূৰণ নহ'ব। তেওঁৰ কেতিয়া খং উঠে আৰু কেতিয়া মন ভালে থাকে কোনেও নেজানে। তোমাক মই এতিয়াই এইবোৰ কৈ সতৰ্ক কৰি দিছো। তোমাৰ সামান্য ভুল হ'লেই ইমান দূৰ কষ্ট কৰি অহাৰ পৰিশ্ৰম অথলে যাব।"

কথাপাতি আছি থাকোতেই তেওঁলোকে আৰু এখন দুৱাৰ পালেগৈ, তাতো ডাঠ পৰ্দা আৰু নাৰী প্ৰহৰী। তাৰপিচত আকৌ এখন

দুৱাৰ। এইখন পাৰ হৈ যোৱাৰ পিচৰে পৰা বাটৰ দুয়োকাষে প্ৰহৰীৰ সংখ্যা বাঢ়িল। সকলোৱে নিৰ্বাক হৈ হাতত বাঠি লৈ থিয় হৈ আছে।

এইদৰে কিছুদূৰ যোৱাৰ পিচত সামান্য দূৰত এখন প্ৰকাণ্ড দুৱাৰ আৰু এখন সোণবৰণীয়া পৰ্দা তেওঁলোকৰ চকুত পৰিল।

তেতিয়া এটা আতঙ্ক জড়িত কঁপা স্বৰেৰে কুম্বাণে ক'লে—"বন্ধু, সেইটো গৃহতেই আমাৰ দেৱী ওখ সিংহাসনত বহি আছে। ঘৰটোত সোমোৱাৰ লগে লগে মই যি কৰোঁ। তুমিও কৰিবা আৰু মই কোৱা কথাবোৰ মনত ৰাখিবা। সাৱধান হোৱা…।"

উত্তেজনা আৰু ভয়ত ৰণবীৰৰ মনটোও চিৰিংকৈ গ'ল। তাৰ পিচত দুয়ো সোণবৰণীয়া পৰ্দাৰ সন্মুখত থিয় হ'ল। সকলোৱেই নিমাত আৰু নিস্তব্ধ। ৰণবীৰ আৰু কুম্বাণৰ বুকুৰ শব্দৰ বাহিৰে বোধকৰো তেতিয়া সকলো শব্দই স্তব্ধ হৈ গৈছিল। দুৱাৰৰ ঠিক সোঁ-মাজত এজনী প্ৰহৰী থিয় হৈ আছে। তেওঁৰ দুয়ো কাষে আৰু কেবাজনীও আছে। কুম্বাণ আৰু ৰণবীৰক দেখি সেই প্ৰধান প্ৰহৰী-জনীয়ে দুবাৰ হাত চাপৰি বজালে। তাৰপিচত আকৌ ক্ষন্তেক নিস্তব্ধতা। তাৰ অলপ সময়ৰ পিচতেই ভিতৰৰ পৰা দুজনী প্ৰহৰী ওলাই আহি পৰ্দাখন দাঙি ধৰিলে।

ৰণবীৰক চকুৰে ইঙ্গিত দি কুম্বাণ নিঃশব্দে ভিতৰলৈ সোমাই গ'ল। ভিতৰত ভৰি দিয়েই মাটিত ওলমুৱা হৈ দীঘল দি পৰিল আৰু সন্মুখৰ পিনলৈ চালে। কুম্বাণৰ লগে লগে ৰণবীৰো ঘৰটোত প্ৰৱেশ কৰিলে।

এটা ডাঙৰ ঘৰ, ঘৰৰ ছালখন মন্দিৰৰ দৰে। ওপৰলৈ চাই পঠিয়ালে তাত অন্ধকাৰৰ বাহিৰে একো নেদেখি। ঘৰটোৰ ভিতৰত ৰণবীৰে প্ৰথমে একো দেখা নাছিল। ভয়ে ভয়ে চকু ওপৰলৈ তোলা-ত্তহে দেখিলে ঘৰটোৰ প্ৰায় সোঁ-মাজত এখন ওখ আৰু ডাঙৰ সিংহাসন। সিংহাসনৰ উচ্চতা প্ৰায় বাৰ-চৈধ্য ফুট। কাৰু-কাৰ্য্য

খচিত শিলৰ সিংহাসন। তাৰ ওপৰত ডাঙৰ ছত্ৰ। সিংহাসনৰ পৰা বিচ্ছুৰিত হোৱা মণি-মুক্তা, হীৰাৰ চকুত ছাট মাৰি ধৰা পোহৰ। লাহে লাহে ৰণবীৰৰ চকু সিংহাসনত বহি থকা এটা মূৰ্তিৰ ওপৰত পৰিল। কিন্তু মূৰ্তিটো স্পষ্টভাৱে দেখাৰ কোনো উপায় নাছিল। কাৰণ চিক্‌মিকাই থকা সিংহাসনৰ চাৰিওকাষে ধোঁৱা ওপৰলৈ উঠি উঠি গৈছিল। বোধকৰো ধূপৰ ধোঁৱাই হ'ব সেই ঘৰটো সম্ভৱ সেই ধূপৰ ধোঁৱাই সুবাসিত কৰি থৈছে। সেই অস্পষ্ট মূৰ্তিলৈ ৰণবীৰে কিছু সময় অপলক দৃষ্টিৰে চাই থাকিবলৈ ধৰিলে। ৰণবীৰৰ চকু কেইটামান মুহূৰ্তৰ বাবে শিলত পৰিণত হৈছে। তেতিয়া তেওঁ কুম্‌ৰাণৰ কথা একেবাৰে পাহৰি গৈছিল। সেই সময়ত কুম্‌ৰাণে পেট পেলাই চুচৰি চুচৰি সিংহাসনৰ পিনলৈ গৈ আছিল। কুম্‌ৰাণৰ পিনে চকু পৰাত ৰণবীৰেও লগে লগে পেট পেলাই সেইদৰে যাবলৈ চেষ্টা কৰিলে। এইয়া তেওঁৰ কাৰণে বৰ কষ্টকৰ কাম। কাৰণ এনেদৰে যোৱা তেওঁৰ জীৱনত এয়ে প্ৰথম। এইদৰে গৈ গৈ তেওঁলোক সিংহাসনৰ পৰা প্ৰায় ছফুট মান নিলগত ৰ'ল আৰু দুয়ো থিয় হ'ল। কুম্‌ৰাণক দেখি ৰণবীৰো তললৈ মূৰকৈ থাকিল। কিন্তু এবাৰ অসীম কৌতূহলত ৰ'ব নোৱাৰি ৰণবীৰে সিংহাসনৰ পিনলৈ চালে। ধোঁৱাৰে আবৃত হৈ থকা সেই মূৰ্তিটো বেছ ওখ। কিন্তু মুখখন নেদেখিলে। মুখখন দেখাৰ কোনো উপায়ো নাছিল। কাৰণ সেই মূৰ্তিৰ ভৰিৰ পৰা মূৰলৈকে সৰ্বশৰীৰ পাতল বগা কাপোৰেৰে আবৃত হৈ আছিল।

নিস্তব্ধ পৰিবেশ, ওপৰলৈ উৰি উৰি যোৱা ধূপৰ ধোঁৱাৰ বাহিৰে ঘৰটোৰ ভিতৰত তেতিয়া কোনো চলমান বস্তু নাছিল। কুম্‌ৰাণ আৰু ৰণবীৰ বোবা আৰু স্তব্ধ হৈ পৰিছিল, আনকি সেই উচ্চ সিংহাসনত বহি থকা মূৰ্তিৰ শৰীৰো অকনো লৰচৰ হোৱা নাছিল।

এইদৰে কিমান সময় গৈছিল ৰণবীৰে অনুমান কৰিব পৰা নাছিল। কিন্তু শান্ত সমাহিত এই স্তব্ধতাৰ মাজত ৰণবীৰ আৰু কুম্‌ৰাণ দুয়ো চক্ খাই উঠিল। যেতিয়া সেই মূৰ্তিয়ে তেওঁৰ শৰীৰটো সামান্য লৰালে আৰু তেওঁৰ বস্ত্ৰ আবৃত মুখৰ পৰা উচ্চাৰিত হ'ল—"বিদেশী, তোমাৰ নাম কি ?"

ইমান সুললিত আৰু মিঠা মাত! স্বাভাৱিক অৱস্থালৈ ঘূৰি

আহিবলৈ চেষ্টা কৰি বুকুত বল বান্ধি লাহে লাহে আৰু অমুচ্চ কণ্ঠেৰে ৰণবীৰে উত্তৰ দিলে—"ৰণবীৰ সিং..."

একে সুৰতেই আকৌ এটা প্ৰশ্ন ভাহি আহিল—"তোমাৰ লগত অহা ডেকা ল'ৰাটোৰ নাম কি?"

"বিজয়—বিজয় সিং"

"আৰু অন্য মানুহটো—?"

"প্ৰসাদ, মোৰ লগুৱা।"

"ডেকা ল'ৰাটো তোমাৰ কি হয়?"

"মোৰ বন্ধু-পুত্ৰ। কিন্তু মোৰ পুত্ৰতকৈয়ো অধিক আৰু তাৰেই..."

ৰণবীৰে কথা শেষ কৰাৰ আগতেই সেই নাৰী মূৰ্তিয়ে ওপৰৰ পৰা খিলখিলকৈ হাঁহি উঠিল। একলনী পূৰ্ণ যৌৱনা নাৰীৰ হৰ্ষ আৰু আনন্দ প্ৰকাশৰ সম্পূৰ্ণ অভিব্যক্তি। সেই হাঁহিয়ে ৰণবীৰৰ বুকুত যেন খুন্দা মাৰিলে; তেওঁৰ অন্তৰ কিবা এটা অজান আশঙ্কাত কঁপি উঠিল। কুম্‌বাণ ভয়ত কঁপিবলৈ ধৰিলে।

হঠাৎ নাৰীৰ হাঁহি স্তব্ধ হ'ল। এইবাৰ অস্বাভাৱিক গহীন কণ্ঠেৰে নাৰীয়ে ক'লে—"কুম্‌বাণ, এই বিদেশীক ইয়াত থৈ তই এতিয়া যাব পাৰ।"

নাৰী মূৰ্ত্তিৰ আদেশ পোৱাৰ লগে লগে কুম্‌বাণ তৎক্ষণাৎ সজাগ হ'ল আৰু বুকুত হাতখন থৈ প্ৰণিপাত জনালে আৰু আকৌ আগৰ দৰে পেট পেলাই, পিচ হুঁহকি দুৱাৰৰ পিনে যাবলৈ ধৰিলে।

আকৌ নিস্তব্ধ। নিস্তব্ধতা ভঙ্গ কৰি পুনৰ নাৰী মূৰ্ত্তিয়ে হাঁহি হাঁহি ক'বলৈ ধৰিলে। এইবাৰ যেন তেওঁৰ কথাত সামান্য অন্তৰঙ্গতা।

"তোমাৰ পুত্ৰ নহয়। অথচ তোমাৰ পুত্ৰতকৈয়ো অধিক। ই কেনে ধৰণৰ সম্বন্ধ বিদেশী?"

ৰণবীৰে কি উত্তৰ দিব ভাবি থাকোতেই এইবাৰ নাৰী মূৰ্ত্তিৰ কণ্ঠত গাম্ভীৰ্য্য ফুটি উঠিল। তেওঁ ক'লে, "বিদেশী! তোমালোক ইমান দূৰৈৰ পৰা এখন বিশাল মহাসাগৰ পাৰ হৈ এই দ্বীপলৈ কিয় আহিছা? তোমালোকে নেজানা এইটো এটা দুৰ্গম আৰু নিষিদ্ধ দ্বীপ?"

সেই নাৰীৰ কণ্ঠত কি আছিল ৰণবীৰে ঠাৱৰ কৰিব নোৱাৰিলে। এই নাৰী-কণ্ঠৰ প্ৰশ্নত তেওঁৰ অন্তৰাত্মা কঁপি উঠিল। লাহে লাহে সাহস সঞ্চয় কৰিছিল যদিও তেওঁ এই প্ৰশ্নৰ তৎক্ষণাৎ উত্তৰ দিব নোৱাৰিলে। নীৰৱ হৈ থকা দেখি নাৰীয়ে অধিক কঠোৰ স্বৰত কৈ উঠিল—"উত্তৰ দিয়া বিদেশী। ইয়াৰ সদুত্তৰ দিব নোৱাৰিলে তাৰ পৰিণাম কি হ'ব জানানে? চোৱা, সিংহাসনৰ তললৈ এবাৰ চোৱা..."

লগে লগে ৰণবীৰৰ চকু সিংহাসনৰ তললৈ গ'ল। তাত তেওঁ যি দেখিলে নিমিষতে তেওঁৰ মুখ ভয়ত বিবৰ্ণ হৈ পৰিল। সেই প্ৰকাণ্ড বাঘটো! তীক্ষ্ণ দৃষ্টিৰে সি ৰণবীৰৰ পিনে চাই আছে। নাৰী-মূৰ্ত্তিৰ আদেশ পালেই সি যি মুহূৰ্ত্তত ৰণবীৰৰ ওপৰত জপিয়াই পৰিব। ৰণবীৰৰ ওঁঠ শুকাই আহিল। গোটেই শৰীৰ তেওঁৰ কঁপিছে।

হঠাৎ নাৰীমূৰ্ত্তিয়ে আকৌ আগৰদৰে হাঁহিবলৈ ধৰিলে। সেই হাঁহি প্ৰতিধ্বনিত হৈ গোটেই ঘৰটোত বিয়পি পৰিল।

"তুমি ভয় খাইছা বিদেশী! ভয়ৰ কি কাৰণ আছে? ভয় নকৰিবা। তুমি ক্ষন্তেক চিন্তা কৰি লোৱা, তাৰ পিচত মোৰ উত্তৰ দিবা।"

এইদৰে কৈ কৈ নাৰীয়ে দুবাৰ হাত চাপৰি বজালে। হাত দুখনো কাপোৰেৰে ঢাক খাই আছে। লগে লগে দুজনী পৰিচাৰিকা তেওঁৰ কাষত থিয় হ'ল। এইবাৰ নাৰীমূৰ্ত্তি সন্তৰ্পণে থিয় হ'ল। আৰু এবাৰ ৰণবীৰে আচৰিত হৈ নাৰীলৈ চালে। ইমান ওখ নাৰী-মূৰ্ত্তি তেওঁ আগতে দেখা নাছিল। ...খুব লাহে লাহে নাৰী-মূৰ্ত্তি সিংহাসনৰ পৰা নামিবলৈ ধৰিলে আৰু ৰণবীৰৰ বিপৰীতে থকা খট্‌খটিয়েদি নামি

কোঠাটোৰ পৰা নিষ্ক্ৰান্ত হ'ল। তেওঁৰ লগে লগে প্ৰহৰী দুজনীও। ঘৰটোৰ পৰা যেন বিদ্যুতৰ এটা স্নিগ্ধ আভা নাইকিয়া হ'ল তাৰ লগত এটা মিঠা সুবাস।

ৰণবীৰ হঠাৎ অকলশৰীয়া হৈ পৰিল। মাত্ৰ সিংহাসনৰ তলত জিভা মেলি সজাগ চকুৰে চাই থকা ভয়ানক বাঘটো। ৰণবীৰ প্ৰস্তৰ মূৰ্ত্তিৰ দৰে থিয় হৈ থাকিল। তেওঁৰ ভৰি দুখন যেন মাটিত পোত খাই গৈছে। কিহৰ কাৰণে এই দুৰ্গম পুষ্পক নগৰী-দ্বীপলৈ তেওঁ আক বিজয় আহিছে এই কথা যদি কয় এই ৰহস্যময়ী নাৰীৰ হাতত যে মৃত্যু নহ'ব তাক সেই কোনে ডাঠি ক'ব পাৰিব? কিন্তু এই ৰহস্যময়ী নাৰী কোন? এঁৱেই যদি নাৰী হয়। প্ৰকৃততে এওঁ মানৱী নে? কিহৰ কাৰণে কুম্‌ৱাণহঁতে এওঁক দেৱী জ্ঞান কৰে? কিহৰ কাৰণে এই নাৰীৰ দেহৰ সৰ্বাঙ্গ বস্ত্ৰেৰে আবৃত?

বেছি সময় ৰণবীৰে এইবোৰ কথা ভাবিব নোৱাৰিলে। মন্থৰ খোজেৰে এজনী পৰিচাৰিকাই হাতত এটা মাটিৰ পাত্ৰ লৈ ৰণবীৰৰ পিনলৈ আহিল আক ৰণবীৰৰ হাতত পাত্ৰটো দি খাবলৈ ইঙ্গিত দিলে। পৰিচাৰিকাজনী ক'লা, সুগঢ়ী নহয়। ৰণবীৰে হাতত পাত্ৰটো ল'লে, কিন্তু খাবলৈ ইতস্ততঃ কৰিলে। কোনে জানে, এই পানীখিনিত হয়তো বিহ মিহলি আছে।

ভয় আক শঙ্কাৰে হাতত পাত্ৰটো লৈ ভাবি থাকোতেই আকৌ পৰিচাৰিকাজনী আহিল আক পানীখিনি খাবলৈ ইঙ্গিত দিলে। এইবাৰ ৰণবীৰে মনৰ সকলো দ্বিধা আক সংকোচ ভাৱ পৰিত্যাগ কৰি পানীখিনি লাহে লাহে পিবলৈ ধৰিলে। কি আচৰিত! পানীখিনি খোৱাৰ লগে লগে তেওঁৰ শৰীৰত থকা সকলো অৱসাদ আক মনত থকা জড়তা নিমিষতে নাইকিয়া হৈ পৰিল।

প্ৰায় লগে লগে আকৌ নাৰী-মূৰ্ত্তি সোমাই আহিল। পিচে পিচে আহিল পৰিচাৰিকা দুজনী। দেহত সজীৱতা অনুভৱ কৰা ৰণবীৰ সচকিত হৈ উঠিল। সিংহাসনত বহি নাৰীয়ে পৰিচাৰিকা দুজনীক কিবা

এটা ক'লে। তেতিয়া সিহঁত সিংহাসনত থকা ওখ বেদীৰ পৰা খিৰ্-গিৰকৈ নামি আহি ৰণবীৰৰ কাষত থিয় হ'ল আৰু ৰণবীৰক সিংহাসনৰ বেদীৰ পিনে আহিবলৈ ইঙ্গিত দিলে। এইবাৰ কি হয় কোনে জানে। তথাপিও ৰণবীৰে আগবঢ়াৰৰ দৰে সিমান বেছি ভয় নাখালে। পৰি-চাৰিকা দুজনীয়ে ৰণবীৰক সিংহাসনৰ বেদীলৈ লাহে লাহে লৈ গ'ল। সিংহাসন-বেদীৰ য'ত এখন উচ্চ আসনত নাৰী-মূৰ্ত্তি বহি আছিল, সেই মঞ্চত ভৰি দিয়াৰ লগে লগে ৰণবীৰ ৰোমাঞ্চিত আৰু শিঁহৰিত হৈ উঠিল। ইমান ওচৰৰ পৰা তেওঁক দেখা পোৱাৰ সুযোগ পাব বুলি ৰণবীৰে ভাবিব পৰা নাছিল। পাতল শুভ্ৰ বস্ত্ৰেৰে তেওঁৰ দীৰ্ঘাঙ্গী শৰীৰ ঢাক খাই আছিল যদিও ৰণবীৰে অনুমান কৰিব পাৰিলে যে এই নাৰীৰ দেহ সুগঠিত আৰু স্বাস্থ্যৰে ভৰা। তেওঁ খোজ কাঢ়ি আহোঁতে ৰণবীৰে দূৰৈৰ পৰা মন কৰিছিল—তেওঁৰ বল-দীপ্ত অথচ ৰমণীয় কোমল খোজৰ প্ৰকাশ। তেওঁৰ ভৰিৰ সক গাঁঠিৰ পৰা নিম্নাংশ মুক্ত হৈ আছিল; কিন্তু তাতো একোৰ আচছুৱা ধৰণৰ বগা বৰণৰ পাতুকা। অনাবৃত ভৰি দুখনলৈ ৰণবীৰে এবাৰ ভয়ে ভয়ে চালে—ইমান ধুনীয়া, শুভ্ৰ আৰু মিহি। তললৈ মূৰ কৰি ৰণবীৰ নিঃশব্দে থিয় হৈ থাকিল। পৰি-চাৰিকা দুজনী ইতিমধ্যে আঁতৰি গৈছে।

হঠাৎ অপাৰ্থিব নিস্তব্ধতা ভঙ্গ কৰি কোমল কণ্ঠেৰে নাৰীমূৰ্ত্তিয়ে ক'লে—"বহা"।

ইমান সময় ৰণবীৰে লক্ষ্য কৰা নাছিল। এইবাৰ নাৰীৰ হাতৰ ইঙ্গিতত দেখিলে ৰণবীৰৰ প্ৰায় কাষতেই এখন চাপৰ শিলৰ আসন আছে। বহিবলৈ অনুমতি পোৱাত তেওঁ ভাল পালে।

"বিদেশী, পানীখিনি খোৱাৰ পিচতো তোমাৰ মনৰ পৰা এতিয়াও ভীতি-ভাৱ আঁতৰি যোৱা নাই নে?

নাৰীৰ এই মৰম-সনা মাতত ৰণবীৰে যেন বহুখিনি সাহস পালে। পাতল কাপোৰৰ আৱৰণ ভেদ কৰি নাৰীৰ মুখখন ভয়ে ভয়ে চাবলৈ তেওঁ চেষ্টা কৰিলে। আৱৰণৰ মাজতো সেই মুখৰ আভাস তেওঁ অনুমান

কৰিলে। তিৰ্‌বিৰাই থকা উজ্জ্বল চকু, সুতীক্ষ্ণ নাক আৰু হাঁহি বিৰিঙি থকা মুকুতাৰ দাঁত।

নাৰী-মূৰ্ত্তিয়ে আকৌ সশব্দে হাঁহি উঠিল। ভয়ত উচপ্‌ খাই ৰণবীৰে তললৈ মূৰ কৰি দিলে। হাঁহি হাঁহি তেওঁ ক'বলৈ ধৰিলে—"ইমান কৌতূহল আৰু আচৰিত হৈ মোৰ মুখৰ পিনে তুমি কি চাইছা? কি দেখিছা?"

এইবাৰ গম্ভীৰ হৈ আকৌ তেওঁ ক'লে—"তুমি নেজানানেকি বিদেশী, মোৰ মুখৰ পিনে চোৱা এটা মহা অপৰাধৰ কাম, ইয়াৰ শাস্তি কিমান ভয়ানক তুমি নেজানা?"

এই অপৰাধৰ শাস্তি কি ৰণবীৰে জানে। মৃত্যুৰ বাহিৰে আৰু অন্য শাস্তি একো নাই। মৃত্যু!—ৰণবীৰৰ গোটেই শৰীৰত যেন বিদ্যুৎ প্ৰবাহ সঞ্চাৰিত হ'ল। কিন্তু ইমান সোণকালে ৰণবীৰে মৃত্যু নিবিচাৰে। যি কাৰণত তেওঁ এই দেৱী—ৰহস্যময়ী নাৰীৰ ওচৰলৈ আহিছে, সেই স্বাৰ্থ পূৰণ নোহোৱালৈকে তেওঁ মৃত্যুক প্ৰাণপণে বাধা দিব। বিজয়ৰ জীৱন ঘূৰি অহাৰ পিচত ৰণবীৰৰ মৃত্যু আহক—তাত তেওঁৰ আপত্তি নাই।

ৰণবীৰে সাহস সঞ্চয় কৰি কৈ উঠিল—"মোৰ দোষ হৈছে; মোক ক্ষমা কৰক দেৱী।" ৰণবীৰৰ মুখত এই প্ৰথম 'দেৱী' শব্দটো উচ্চাৰিত হ'ল। বিৰক্তি প্ৰকাশ কৰি নাৰীয়ে ক'লে—"দেৱী! মোক 'দেৱী' বুলি কিয় সম্বোধন কৰিছা?—এই দ্বীপৰ বাসিন্দাবিলাকৰ কাৰণে মই দেৱী; কিন্তু তোমালোকৰ কাৰণে মই 'দেৱী' নহওঁ।"

বিস্ময়াভিভূত হৈ ৰণবীৰে ক'ব নোৱাৰাকৈ আকৌ নাৰীৰ মুখলৈ চালে—"আমাৰ কাৰণে?"

"ওঁ, তোমালোকৰ কাৰণে। কাৰণ তোমালোক আহিছা এখন বিশাল আৰু মহান দেশৰ পৰা—যাৰ নাম ভাৰতবৰ্ষ।"

"কিন্তু আমাৰ দেশ ভাৰতবৰ্ষৰ লগত আপোনাৰ ··"

"মোৰ সম্বন্ধ? · " হঠাৎ নাৰী গম্ভীৰ হৈ এটা ম্লান হাঁহি মাৰিলে

আৰু ক'বলৈ ধৰিলে—"জানিবলৈ তোমাৰ কৌতূহল হৈছে বুলি মই বুজিছো বিদেশী। সেয়া এটা দীঘলীয়া ইতিহাস। হয়তো করুণ। তুমি বুজি নাপাবা।"···

কি দীঘলীয়া ইতিহাস! কি করুণতা সনা আছে এই ৰহস্যময়ী নাৰীৰ জীৱনৰ কাহিনীত!

'তুমি বুজি নেপাবা বিদেশী। কাৰণ অথনিৰ পৰা তোমাৰ চকুত মই দেখিছো মাত্ৰ কৌতূহল আৰু বিস্ময়। নাৰীৰ প্ৰতি থকা পুৰুষৰ স্বাভাৱিক অভিলাষ বা আদিম লিপ্সাৰ স্ফুলিঙ্গৰ এটি কণাও তোমাৰ চকুত মই দেখা নাই। বিদেশী! তুমি এই বিপদ সঙ্কুল দ্বীপলৈ কিয় আহিলা?"

এটা শীতল নিস্তব্ধতা গোটেই ঘৰটোত বিৰাজ কৰিলে। কিবা এটা কোৱাৰ প্ৰয়োজন ৰণবীৰে অনুভৱ কৰিলে; কিন্তু কি ক'ব একো ভাবিব নোৱাৰিলে।

তেনেতে নাৰীয়ে মনৰ সাময়িক বেদনা যেন জাৰি-জোকাৰি পেলালে আৰু পুনৰ ক'বলৈ ধৰিলে—"তুমি মোৰ প্ৰথম প্ৰশ্নৰ উত্তৰ দিয়া নাই। মই সুধিছিলো তোমালোক কি উদ্দেশ্য লৈ এই দ্বীপলৈ আহিছিলা?"

ইমান সময় ৰণবীৰৰ মনত লাহে লাহে গোট খোৱা সাহস আকৌ নাইকিয়া হৈ গ'ল। তেওঁৰ অন্তৰাত্মা কঁপি উঠিল। সঁচা কথা ক'বনে? ক'লে জানোচা নাৰীৰ ক্ৰোধাগ্নিত পৰিবলগীয়া হয়। কিবা এটা সাজি মিছা কথা কোৱাই ভাল। তেতিয়াহে তেওঁ বিজয়ক বচাব পাৰিব। কিবা এটা ছল-চাতুৰীৰ আশ্ৰয় লব লাগিব।

"মৌন হৈ ৰ'লা কিয়? কি ভাবিছা?"

বুকুত সাহস সঞ্চয় কৰি ৰণবীৰে কৈ উঠিল—"আপোনাৰ কথাবোৰকে ভাবিছো।"

"ক্ষান্ত হোৱা বিদেশী! মিছা কথা নক'বা। এই নিষিদ্ধ অথচ পৱিত্ৰ দ্বীপত ভৰি দি তোমালোকে ডাঙৰ অপৰাধ কৰিছিলা। তোমালোকক শাস্তি দিবৰ কাৰণে প্ৰথমে বন্দী কৰাইছিলো, কিন্তু তোমালোক ক'ৰ-

পৰা আহিছা তাকে জানিবলৈ মোৰ বাসনা জাগিছিল। কিন্তু ক'ব নোৱাৰো, প্ৰথমৰ পৰাই তোমালোকৰ প্ৰতি মোৰ মনত কোনো অসৎ ধাৰণা জন্ম হোৱা নাছিল। সেইকাৰণে সসম্মানে তোমালোকক মোৰ ৰাজ্যলৈ আনিবলৈ কুম্ৰাণক আদেশ দিছিলো।"

ৰণবীৰে লাহে লাহে আচৰিত হ'বলৈ এৰি দিছিল। তেওঁ নিবিষ্টমনে নাৰীৰ কথা শুনি যাবলৈ ধৰিলে।

"তোমালোক তিনিজন মানুহ এই দ্বীপত নমাৰ সম্ভেদ পাই মোৰ খং উঠিল। তোমালোক ভালনে বেয়া জানিবৰ কাৰণে মোৰ চিৰ সহচৰ বাঘটো পঠিয়াইছিলো।"

"বাঘ? ডিঙিত সোণৰ হাৰ পিন্ধা এই বাঘটো?"

"ঠিক ধৰিছা, সি যিমান ভাল, সিমান ভয়ানক আৰু হিংস্ৰও।"

"কিন্তু আমি ভালনে বেয়া আপোনাৰ বাঘে কেনেকৈ জানিলে?" ভয়ে ভয়ে ৰণবীৰে সুধিলে।

এটা হাঁহিৰে নাৰীয়ে ক'লে—"হাতত আগ্নেয়াস্ত্ৰ থকা সত্বেও তোমালোকৰ সন্মুখত এটা বাঘ দেখিও তাক মৰাৰ লোভ তোমালোকে সম্বৰণ কৰিলা। আপাতদৃষ্টিত এয়ে জানো ভাল প্ৰমাণ নহয়? মই নিশ্চয় ভুল কৰা নাই; সকলোৱে জানে মই কেতিয়াও ভুল নকৰো।"

নাৰীৰ অলক্ষ্যে ৰণবীৰে হাঁহিলে। ৰণবীৰে এই নাৰীক যিমান ৰহস্যময়ী আৰু অলৌকিক শক্তিসম্পন্না বুলি ভাবিছিল, তেওঁৰ সান্নিধ্যত আহি সিমান যেন নেলাগিল। পাৰিব জানো এই নাৰীয়ে বিজয়ৰ জীৱন দিব?

"বন্ধু···।"

এই সম্বোধনত ৰণবীৰ আচৰিত হ'ল।

"আচৰিত হৈছা? তোমাক বন্ধু বুলি ভাবিবৰ মন গৈছে বিদেশী। কিন্তু ক'ব নোৱাৰো তোমাক মোৰ যুগ-যুগান্তৰৰ বন্ধু যেন লাগিছে। তোমাৰ নম্ৰতা, তোমাৰ সদব্যৱহাৰে মোক মোহিত কৰিছে—বিদেশী বন্ধু।"

নাৰীৰ এই পৰিবৰ্ত্তিত শুভ আচৰণত ৰণবীৰৰ অন্তৰ আকৌ সাহসেৰে উপচি পৰিলো। কিহৰ কাৰণে এই দ্বীপলৈ আহিছিল তাৰ উত্তৰ এই মুহূৰ্ত্তত দিবলগীয়া নোহোৱাৰ কাৰণে তেওঁ ভাণ্ডৰ সকাহ পালে।

"কোৱা বন্ধু, তোমালোক যি উদ্দেশ্য লৈ এই দ্বীপলৈ আহিছিলা তাৰ কিবা সফলতা লাভ কৰিব পাৰিলানে? তুমি কি বিচাৰিছা বন্ধু? তুমি অকপটে আৰু নিৰ্ভয়ে কোৱা। কোনো ভয় নকৰিবা। তুমি যি বিচাৰিছা—মই তাকেই তোমাক দিম। দিয়াৰ শক্তি মোৰ আছে। তুমি বোধকৰো জানা, মোক সকলোৱে অসীম শক্তিধাৰিণী বুলি কয়।"

এইবাৰ তেওঁ নিমাত হ'ল আৰু আগ্ৰহেৰে পাতল কাপোৰৰ মাজেৰে ৰণবীৰৰ মুখলৈ চালে। এয়ে চৰম মুহূৰ্ত, এয়ে সুযোগ!

খুব সাৱধানেৰে ৰণবীৰে বিজয়ৰ কথাবোৰ কৈ যাবলৈ ধৰিলে। বিলালিৰ কথা অস্পষ্টভাৱে ক'লে।

"একমাত্ৰ আপোনাৰ ওচৰত আশা কৰি বিজয়ক ইয়ালৈ লৈ আনিছো। আপুনি তাৰ জীৱন দিব পাৰিব বুলি কুম্‌ৱাণে কৈছে। মই প্ৰাৰ্থনা কৰিছো দেৱী, আপুনি মোৰ পুত্ৰাধিক বিজয়ৰ জীৱন দিয়ক।"

ৰণবীৰৰ কথা শেষ নৌ হওঁতেই নাৰীয়ে ক্ৰোধমূৰ্তি ধাৰণ কৰি অধৈৰ্য্য হৈ পৰিল। তেওঁৰ শৰীৰ কঁপিবলৈ ধৰিলে। সিংহাসনৰ পৰা উঠি থিয় হ'ল আৰু ৰণবীৰক উদ্দেশ্য কৰি চিঞৰি উঠিল—

"কি হৈছে? কি হৈছে তোমাৰ বন্ধু-পুত্ৰৰ? মই কিয় গম পোৱা নাই? ইমান সময় কিয় তুমি কোৱা নাই??"

"মোক কথা ক'বলৈ আপুনি সুযোগ দিয়া নাছিল।"

"ঠিকেই কৈছা বন্ধু, মোৰেই ভুল।"—কৈ কৈয়েই নাৰীয়ে হাত-চাপৰি বজালে আৰু লগে লগে চকুৰ পচাৰতে দুজনী পৰিচাৰিকা তাত উপস্থিত হ'ল। সিহঁতৰ কাণে কাণে তেওঁ কিবা এটা ক'লে। সিহঁতে

লৰা-ছোৱালীবিলাকে আকৌ নামি গৈ ভিতৰৰ পৰা এটা কাঠৰ পেৰা আৰু মাটিৰ পাত্ৰ এটাত অলপ পানী লৈ আহিল।

নাৰীয়ে ব্যস্তভাবে সিংহাসন-বেদীৰ পৰা তললৈ নামি ক'বলৈ ধৰিলে—"ব'লা বন্ধু। ভয় নকৰিবা। মই খবৰ পালো যেতিয়া-এতিয়া ভয় কৰিবলগীয়া একো নাই।"

|| ন্যায় ||

ক্ষিপ্ৰগতিৰে নাৰী মন্দিৰ-সদৃশ ঘৰৰ পৰা বাহিৰ ওলাল। পিচে পিচে পৰিচাৰিকা দুজনী। সিহঁতৰ পিচে পিচে ৰণবীৰ। নাৰীৰ কাপোৰৰ আৱৰণ উৰি যোৱাৰ দৰে হ'ল।

ধুমুহা বতাহৰ দৰে আচম্বিত আৰু আকস্মিকভাৱে ঘটা দেৱীৰ বৰ্হিগমনত পথৰ দুয়োকাষে থিয় হৈ থকা নাৰী প্ৰহৰীবোৰ সন্ত্ৰস্ত আৰু সন্ত্ৰম হৈ পৰিল। সিহঁতৰ মুখবিলাক আতঙ্কত ভৰি পৰিছে। দেৱী সচৰাচৰ এই দৰে বাহিৰলৈ ওলাই নাহে। আজি নিশ্চয় কিবা এটা ঘটিছে বা ঘটিবৰ উপক্ৰম হৈছে। নিস্তব্ধ ৰহস্যপুৰীত হঠাতে যেন চঞ্চলতা আৰু ব্যস্ততা জাগি উঠিল।

বিজয় অৰ্দ্ধমৃত হৈ পৰি থকা কোঠাটো তেতিয়া প্ৰায় অন্ধকাৰ। কাষত বহি আছে প্ৰসাদ। এটা নিমাত আৰু গম্ভীৰ পৰিবেশ। অদূৰৰ পৰা ভাঁহি অহা চৰাই-চিৰিকতিৰ মাতৰ বাহিৰে অন্য কোনো শব্দ নাই।

নিঃশব্দে পাৰ হৈ যোৱা এই নিস্তব্ধ মুহূৰ্তবোৰক সবাক কৰি ব্যস্ত আৰু প্ৰাণচঞ্চল পৰিবেশ সৃষ্টি কৰি বিজয়ৰ কোঠাত প্ৰবেশ কৰিলে ৰহস্যময়ী নাৰী। প্ৰহৰী আতঙ্কগ্ৰস্ত দৃষ্টিৰে সন্ত্ৰস্ত হৈ তলমূৰ কৰি থিয় হ'ল আৰু যি কোনো আদেশৰ বাবে সন্ত্ৰম আৰু সাজু হৈ থাকিল। কুম্‌ৰাণ তৎক্ষণাৎ ক'ৰবাৰ পৰা আহি থিয় হ'লহি। সৰ্বাঙ্গ আবৃতা আৰু শৰীৰৰ পৰা এটা মৃদু পোহৰ বিকীৰণ হোৱা নাৰীমূৰ্তি দেখি প্ৰসাদ এটা অজান ভয়ত কঁপিবলৈ ধৰিলে।

"ক'ত? ক'ত তোমাৰ ল'ৰা?"

কৈ কৈয়েই তেওঁ বিজয় পৰি থকা বিচনাখনৰ কাষ পালেগৈ।

বিজয়ৰ গাত ভিজিলৈকে এখন কাপোৰ দি থোৱা আছিল। মুখখন আধা অন্ধকাৰত অস্পষ্ট হৈ আছিল। কাপোৰখন উদঙাই বিহু কাঁড়ত আহত হোৱা বাহুটো তেওঁ স্পৰ্শ কৰি চালে।

ক্ষন্তেক নিস্তব্ধ; তাৰ পিচত নিজৰ মনতে নাৰীয়ে গুনগুণাই উঠিল—"এয়ে উপযুক্ত মুহূৰ্ত, উপযুক্ত পৰিবেশ। তুমি অযথা চিন্তা নকৰিবা বিদেশী বন্ধু। এই ডেকাল'ৰাই জীৱন ঘূৰাই পাব।"

আনন্দত অধীৰ হৈ প্ৰৌঢ় ৰণবীৰে চিঞৰি উঠিল—"মোৰ বিজয়ে জীৱন ঘূৰাই পাব? তেনেহলে পলম নকৰিব দেৱী। আপুনি অনুগ্ৰহ কৰক। আপোনাৰ ঋণ মই···।"

"মনে মনে থাকা বিদেশী! ইমান অধৈৰ্য্য নহ'বা।"

নাৰীয়ে কাঠৰ পেৰাটোৰ পৰা কিহবাৰ গুৰি উলিয়াই মাটিৰ পাত্ৰত থকা পানীত মিহলালে আৰু সেই পানীখিনি বিজয়ৰ মুখত বাকি দিবলৈ পৰিচাৰিকা ছুজনীক আদেশ দিলে। সিহঁতে অচেতন বিজয়ৰ মুখখন মেলি কোৱাৰিয়েদি সেই পানীখিনি বাকী দিলে। তাৰ পিচত নাৰীয়ে ছুয়োখন হাতেৰে বিজয়ৰ মূৰৰ পৰা ভৰিলৈকে পৰশ বুলাই দিলে আৰু আহত বাহুটোত কিছু সময় স্পৰ্শ কৰি থাকিল।

বিজয়ক এৰি দি নাৰী পোন হৈ থিয় হ'ল আৰু কিছু সময় স্থিৰ হৈ থাকিল। তাৰ পিচত গহীন-গম্ভীৰ স্বৰেৰে ৰণবীৰক ক'লে—

"বিদেশী বন্ধু! তোমাৰ ল'ৰাৰ শৰীৰলৈ লাহে লাহে জীৱন ঘূৰি আহিব। যোৱা পাঁচ দিন এওঁ ক'ত আছিল জানানে? জীৱনতো নাছিল, মৃত্যুতো নাছিল। বুজি পাইছা জানো? জীৱন আৰু মৃত্যুৰ মাজত যি অস্থিৰ অথচ চিৰস্তব্ধ কাল আছে, তাত। জীৱন আৰু মৃত্যুৰ মাজত সেই অতি ক্ষণস্থায়ী কালত কোনো মানুহৰ দীৰ্ঘস্থায়ী অৱস্থান হ'ব নোৱাৰে। এটা অনুপল তাৰ সীমাৰেখা। কিন্তু মই আচৰিত হৈছোঁ বন্ধু, তোমাৰ এই ল'ৰাই জীৱন-মৃত্যুৰ সায়াহ্ন কালত পাঁচদিন অৱস্থান কৰিছিল। এই যুৱকৰ শৰীৰত নিশ্চয় এনেকুৱা এটা পদাৰ্থ আছে যি এই কালক ধৰি ৰাখিবলৈ সক্ষম হৈছিল।"

আকৌ নিস্তব্ধতা। ৰণবীৰকে প্ৰমুখ্য কৰি তাত থকা সকলো মানুহ বোবা হৈ বিজয়ৰ পিনে চাই আছে। নিস্তব্ধতা ভঙ্গ কৰি নাৰীয়ে আকৌ পৰিচাৰিকাক আদেশ দিলে—

"এই কোঠালৈ বস্তি আন। চেতনা লাভ কৰাৰ পিচত এই গৃহ পোহৰ হৈ থাকিব। বস্তি থোৱাৰ পিচত ইয়াত কোনো নেথাকিব। মাত্ৰ থাকিব এই বিদেশী বন্ধু, যাতে চকু মেলাৰ লগে লগে তেওঁক দেখিবলৈ পায়।"

নাৰী গমনোদ্যতা হ'ল।

কিহবাৰ মায়াত ইমান সময় ৰণবীৰ যেন মোহগ্ৰস্ত হৈ পৰিছিল। কোঠাটোৰ পৰা নাৰী ওলাই যাব খোজা দেখি ৰণবীৰে চিএঞৰি উঠিল—

"কিন্তু দেৱী যদি ··"

ৰণবীৰৰ কথা শেষ হোৱাৰ আগতেই ৰহস্যময়ী নাৰী ওলাই গ'ল।

এটা অনুজ্জ্বল বস্তিৰ পোহৰত বিজয়ৰ মুখখন উজ্জ্বল হৈ আহিবলৈ ধৰিলে। কোঠাটোৰ পৰা লাহে লাহে সকলো ওলাই গ'ল, মাত্ৰ থাকিল ৰণবীৰ।

গভীৰ উৎকণ্ঠাৰে ৰণবীৰে ৰ লাগি বিজয়ৰ মুখখনলৈ চাই থাকিবলৈ ধৰিলে। নিস্তব্ধ আৰু নিসাৰ পৰিবেশ। মুহূৰ্ত্তবোৰ পাৰ হৈ যোৱাৰ লগে লগে ৰণবীৰ অধিক উদ্বিগ্ন আৰু অধীৰ হৈ পৰিবলৈ ধৰিলে।

চাই থাকোতে থাকোতেই ৰণবীৰে অনুভৱ কৰিলে বিজয়ৰ চকুৰ পাহি দুটা যেন সামান্য ভাৱে কঁপিছে। ঠিকেই, অকণো ভুল হোৱা নাই। ক্ষন্তেক পিচতেই ৰণবীৰে এটা গভীৰ নিশ্বাস অনুভৱ কৰিলে। বিজয়ৰ ওঁঠ দুটাও যেন সামান্য কঁপিছে।

মনৰ আনন্দ ধৰি ৰাখিব নোৱাৰি ৰণবীৰে চিএঞৰি দিলে—"বিজয়!" বিজয়ে লাহে লাহে চকুকিটা মেলিলে। গোটেই কোঠাটোত চকু দুটা ঘূৰালে। তাৰ পিচত চকুৰ দৃষ্টি ৰণবীৰৰ মুখৰ ওপৰত পৰিলহি। আচৰিত হৈ তেওঁ চিএঞৰি দিলে—"দদাইদেউ !!'

গভীৰ আনন্দত ৰণবীৰে বিজয়ৰ মূৰত হাতখন থ'লে।

"দদাইদেউ! মই ক'ত? ইয়ালৈ কেনেকৈ আহিলো?" মনৰ উত্তেজনাক শৰীৰৰ দুৰ্বলতাই বহুখিনি বাধা দিলে যদিও বিচনাখনতে উঠি বহিবলৈ তেওঁ চেষ্টা কৰিলে।

"সেইবোৰ বহুত কথা বিজয়। আমি এতিয়া বেলেগ ঠাই এখনত আছো।"

"পিয়াহত বিজয়ৰ অষ্ঠ কণ্ঠ শুকাই গৈছিল।—"পানী।" মাটিৰ পাত্ৰ এটাত পানী আছিল। ৰণবীৰে তাৰ পৰাই পানী আনি বিজয়ক খুৱাই দিলে। বিজয়ে যেন নিজৰ স্মৰণ শক্তি ঘূৰাই আনিবলৈ চেষ্টা কৰিছে!

"কিন্তু দদাইদেউ, মোৰ কাষত—মোৰ কাষত যে বিলালি আছিল বিলালি···"

"অধৈৰ্য্য নহ'বি। তাই ইয়াত নাই। এইখন বেলেগ ঠাই···"

"কি বেলেগ ঠাই দদাইদেউ? কেনেকুৱা বেলেগ ঠাই? বিলালিৰ কি হ'ল? ক'লৈ গ'ল? তেওঁ কিয় মোৰ কাষত নাই? আৰু তেওঁ যে দিছিল—সেই লতাডাল···"

উত্তেজনাত বিজয়ে বেছি কথা ক'ব নোৱাৰিলে। মাত্ৰ হাতখন বাহুটোৰ ওচৰলৈ নি লতাডালৰ অস্তিত্ব অনুভৱ কৰিলে।

"সকলো ক'ম বিজয়, তই ধৈৰ্য্য ধৰ। তই পাঁচদিন জ্ঞান হেৰুৱাই পৰি আছিলি। তাৰ পিচত···"

"বিলালি ক'লৈ গ'ল? সেইটো মোক প্ৰথমতে কওক। সেই দুষ্ট বিখুনে যদি বলেৰে তেওঁকলৈ গ'ল তাকো কওক—"

ৰণবীৰ উপায়হীন হৈ পৰিল। পাঁচদিন মৃতপ্ৰায় হৈ থকাৰ পিচত এতিয়া জ্ঞান ঘূৰাই পাই বিজয় পুনৰ অধৈৰ্য্য আৰু উত্ৰাৱল হৈ পৰাত ৰণবীৰে ভয় খালে।

"সেইবোৰ একো হোৱা নাই বিজয়, তই অধৈৰ্য্য হৈ নপৰিবি। বিলালি ভালেৰেই আছে। বিলালিৰ দেউতাক কুম্বাণেই আমাক

ইয়ালৈ আনিছে। আমি আকৌ সেইখন ঠাইলৈ উভতি যাম। বিলাসি তাইৰ ঘৰতেই আছে ; তই চিন্তা নকৰিবি।"

"কিহৰ কাৰণে চিন্তা নকৰিম ? বিলাসিৰ গাওঁলৈ ইয়াৰ পৰা কিমান দূৰ ?" বিজয় বিচনাত বহি পৰিল।

"পাঁচ দিনৰ বাট।"

"পাঁচ দিনৰ বাট ? বিধুন ক'ত ? সি বিলাসিক মোৰ পৰা কাঢ়ি নিবৰ কাৰণে মোৰ গালৈ কাঁড় মাৰিছিল..."

"বিধুন তেতিয়াই পলাল। তাক কোনেও বিচাৰি পোৱা নাই।"

"তোমালোকে ভুল কৰিলা দদাইদেউ। অকলশৰীয়াকৈ বিলাসিক এৰি থৈ আহিলা ? সি ইমানদিনে বোধকৰো বিলাসিক তাৰ ঘৰলৈ লৈ গ'ল। সি এটা নিষ্ঠুৰ বেয়া মানুহ।"

ইমানবোৰ কথা আগতে ৰণবীৰে ভবা নাছিল। তেওঁ মনে মনে থাকিল। উত্তৰ দিবলৈ একো ভাষা নাই। বিজয় কিন্তু বেছি উত্তেজিত হৈ পৰিল।

"নেমাতা কিয় দদাইদেউ ? মই এতিয়াই বিলাসিৰ ওচৰলৈ যাম। তাত গৈ যদি বিলাসিক বিচাৰি নেপাওঁ..."

বিজয়ে বিচনাৰ পৰা নামিবলৈ চেষ্টা কৰিলে। কিন্তু উত্তেজিত বিজয়ে মাটিত ভৰি দিবলৈ নৌ পাওঁতেই কঁপি কঁপি আকৌ বিচনাত পৰি গ'ল। ইমান অতৰ্কিতে বিজয় আকৌ মূৰ্চ্ছা গ'ল যে ৰণবীৰে ততকে ধৰিব নোৱাৰিলে। তেওঁ মাত্ৰ প্ৰাণৰ আতুৰত চিঞৰি উঠিল—"বিজয় ! কুম্বাণ !!"

কুম্বাণ বাহিৰৰ পৰা হুৰমুৰকৈ সোমাই আহিল।

"বিজয়ে আকৌ জ্ঞান হেৰুৱালে কুম্বাণ। এইবাৰ বোধকৰো বিজয়ক একেবাৰেই হেৰুৱালো।...কুম্বাণ !!"

পঞ্চাশ বছৰীয়া ৰণবীৰে কুম্বাণৰ গাত ধৰি কান্দি উঠিল। কুম্বাণৰ মুখখন আতঙ্কত আকৌ ক'লা হৈ পৰিল। অচেতন হৈ পৰি থকা বিজয়লৈ গম্ভীৰ দৃষ্টিৰে চাই কুম্বাণ ওলাই গ'ল।

বিজয়ৰ আসন্ন মৰণ আশঙ্কাত গভীৰ দুশ্চিন্তাগ্ৰস্ত ৰণবীৰ মৌন হৈ পৰিল। বিলালিৰ কথা একো নোকোৱা হ'লেই বোধকৰো ভাল আছিল। এই ভুল আৰু মূৰ্খামিৰ কাৰণেই আজি তেওঁ বিজয়ক হেৰুৱাবলগীয়া হ'ল।

হঠাৎ বাহিৰত ক্ষিপ্ৰ আৰু চঞ্চল ভৰিৰ খোজ শুনা গ'ল। লগে লগে দুৱাৰমুখৰ পৰাই সেই নাৰীয়ে চিঞৰি সুধিলে—"কি হ'ল বন্ধু ?"

ৰণবীৰে কান্দি উঠিল "বিজয়ক বোধকৰো এইবাৰ ঘূৰাই নেপাম মহাশক্তিধাৰিণী দেৱী, আপুনি আকৌ এবাৰ···।"

ৰণবীৰৰ কথা শেষ হোৱাৰ আগতেই অলৌকিক শক্তিসম্পন্না নাৰীয়ে হাতত বস্তিটো লৈ বিচনাখনৰ কাষলৈ গ'ল আৰু অচেতন হৈ পৰা বিজয়ৰ মুখখন পোহৰত ভালকৈ চালে আৰু লগে লগে, ঠিক সেই মুহূৰ্ত্ততে এটা তীব্ৰ চিঞৰত গোটেই নিস্তব্ধ পৰিবেশটো থান-বান হৈ পৰিল। ঘৰৰ ভিতৰত থকা সকলো মানুহ ভয় আৰু আতঙ্কত থৰথৰকৈ কঁপিবলৈ ধৰিলে। কোনোকালেই নুশুনা দেৱীৰ এই উত্তেজনা বিহ্বল চিঞৰ সঁচাকৈয়েই লোমহৰ্ষক আছিল। সকলোৰে গাৰ নোম ডাল ডাল হৈ পৰিল। বিজয়ে বোধকৰো সকলোকে ফাঁকি দি এই সংসাৰৰ পৰা আঁতৰি গুচি গ'ল। ৰণবীৰৰ মুখৰ পৰা মাত্ৰ এটা চিঞৰ ওলাল—"বিজয় নাই ? দেৱী—"

ৰণবীৰৰ কথা শেষ নহ'ল। তাৰ আগতেই গোটেই শৰীৰটো বিদ্যুৎগতিত ঘূৰাই দেৱীয়ে বস্ত্ৰ আৱৰণৰ মাজেৰেই ৰণবীৰলৈ চালে। মুখ আবৃতা, কিন্তু অনুমান কৰিব পাৰি সেয়া কি ভয়ঙ্কৰ দৃষ্টি। সেই দৃষ্টিয়ে যেন পৃথিৱীখন এতিয়াই পুৰি ছাৰখাৰ কৰি দিব।

"বিদেশী ! তোমাৰ ইমান সাহস, তুমি মোৰ আগত মিছা কথা কৈছিলা। এওঁৰ প্ৰকৃত পৰিচয় কিয় লুকুৱাইছিলা। তোমাৰ কি স্বাৰ্থ আছিল ? তোমাৰ শাস্তি···তোমাৰ শাস্তি···মৃত্যু !"

এই অতৰ্কিত আৰু অভাৱনীয় পৰিস্থিতিত ৰণবীৰ হতভম্ব হৈ কঁপিবলৈ ধৰিলে।

"নিমাত হৈ নেথাকিবা বিদেশী, কোৱা এই ডেকাল'বা কোন? তেওঁৰ নাম কি? কি সম্বন্ধ তোমাৰ লগত?"

ৰণবীৰৰ মুখৰ পৰা কোনোমতে এটাই শব্দ ওলাল—"বিজয়"

আকৌ একেটা তীব্র চিঞৰ নাৰীৰ কণ্ঠৰ পৰা ধ্বনিত হ'ল—"মিছা —মিছা।"

নাৰীৰ চাৱনিত যেন হিংস্রতা আৰু কুটিলতাই সম্পূর্ণ প্রকাশ পালে। গোটেই শৰীৰটো উত্তেজনাত ফুলি ফুলি উঠিছে। এতিয়াই যেন বস্ত্রৰ আৱৰণ গুচাই নাৰীৰ অগ্নিবৰষা দৃষ্টিৰে ৰণবীৰক ভস্ম কৰি পেলাব। অপৰূপা নাৰীয়ে এতিয়া ইচ্ছা কৰিলে যি কোনো সীমাহীন নিষ্ঠুৰতাৰ কাম পৰিব পাৰে। কিছু সময়ৰ আগতে দেখা নাৰীৰ সেই লাৱণ্যময়ী অৱয়ব আৰু মধুৰ কথাৰ লগত এতিয়াৰ হিংস্র আৰু প্রতিহিংসাপৰায়ণা মূৰ্ত্তিৰ অকণো মিল নাই।

তথাপিও বুকুত সাহস গোটাই ৰণবীৰে ক'লে—"মই মিছা কোৱা নাই দেৱী। ইয়াৰ নাম বিজয়ৰ বাহিৰে আন একো নহয়। ই মোৰ বন্ধু-পুত্র বিজয়।"

"বিজয়!"—অৰ্দ্ধস্ফুট স্বৰত দেৱীয়ে উচ্চাৰণ কৰিলে। কিবা এটা যেন ভাবিলে। অলপ শান্ত হ'ল।

"হয়তো তুমি সঁচা কৈছা। নাইবা তুমি একো নজনাকৈয়েই কথাবোৰ কৈছা আৰু তোমাৰ কথা মিছাত পৰিণত হৈছে। হয়তো তোমাৰ গাত দোষ নাই। এওঁৰ নাম 'বিজয়' হ'ব নোৱাৰে বিদেশী! এওঁৰ নাম বিজয় নহয়।"

ৰণবীৰৰ মনৰ পৰা লাহে লাহে ভয়ৰ ভাৱ কাটি গৈছে। এই নাৰী অসীম শক্তিধাৰিণী কাৰণে তেওঁৰ যিকোনো অযুক্তিকৰ আৰু অসত্য কথা মানি ল'ব লাগিব নেকি?

"বিজয়ৰ কথা মোতকৈ বোধকৰো কোনেও নেজানে দেৱী। বিজয়ক মই পাঁচবছৰ বয়সৰ পৰা ভাওৰ-পীষল কৰিছো।"

দেৱীৰ মুখে মুখে এইদৰে প্রত্যুত্তৰ দিয়াত কুম্বাণ আৰু বাকীবোৰৰ

অন্তৰ কঁপি উঠিল। এইবাৰ দেৱীয়ে নিশ্চয় ৰণবীৰক মৃত্যুদণ্ড দিব।

কিন্তু তাৰ আগতেই দেৱীয়ে তীব্ৰ পৰিহাস ভৰা কণ্ঠেৰে চিঞৰি উঠিল—"তোমাৰ অহঙ্কাৰ বিদেশী, তুমি এওঁক পাঁচবছৰৰ পৰা ভাওৰ-দীঘল কৰিছা। কিন্তু মই? তুমি সাৱধানে কথা ক'বা. এওঁ বিজয় নহয়।"

"বিজয় নহয় যদি কোন?"—ৰণবীৰৰ কণ্ঠৰ পৰাও অতৰ্কিতে প্ৰশ্নটো ওলাল।

নাৰীয়ে কিন্তু কোনো ধৰণৰ ক্ৰোধ প্ৰকাশ নকৰিলে। ক্ষন্তেক নিস্তব্ধ। তাৰ পিচত আন্তৰিকতা সনা মধুক্ষৰা মৃদু কণ্ঠেৰে নাৰীয়ে উচ্চাৰণ কৰিলে—"বীৰ্য্যবাহন।"

"বীৰ্য্যবাহন!"—নামটো মনত পৰা যেন লাগি গ'ল ৰণবীৰৰ। কিন্তু ই কেনেকৈ সম্ভৱপৰ হ'ব পাৰে?

"ওঁ বীৰ্য্যবাহন"—আকৌ সেই গম্ভীৰ্যময়ীয়া উতলা সুৰতেই ৰহস্যময়ী নাৰীয়ে কৈ যাবলৈ ধৰিলে—"মোৰ চিৰ আকাঙ্খিত স্বামী। এই অগম্য, দ্বীপৰ মাজত কিমান আকুলভাবে মই বাট চাই আছো, তুমি সুবুদ্ধিৰা বিদেশী! তুমি মোৰ আগত ছলনা কৰিছিলা। এই ছলনাৰ ফল কিমান ভয়ঙ্কৰ তোমাৰ নিচিনা মূৰ্খ'ৰ মগজে ঢুকি পাব নোৱাৰে।"

হতভম্ব ৰণবীৰৰ মুখৰ মাত বন্ধ হৈ গ'ল। দেৱীৰূপা নাৰীয়ে বিচনাখনৰ কাষ চাপি চেতনালুপ্ত বিজয়ৰ সৰ্বশৰীৰত হাত বুলাই দিলে আৰু মূৰত হাতখন থৈ চুলিকোচা মোহাৰি দিলে।

"মোৰ প্ৰশ্নৰ উত্তৰ দিয়া বিদেশী। কেনেকৈ আঘাত পালে মোৰ স্বামীয়ে? কিহৰ কাৰণে তেওঁ অজ্ঞান হৈ পৰিছিল?…কোৱা।"

নাৰী-কণ্ঠৰ এই কঠোৰ স্বৰত কোঠাটোৰ ভিতৰত থকা বায়ু যেন কঁপি উঠিল।

"বিদেশী। সৎ মানুহ বুলি তোমাৰ প্ৰতি মোৰ ধাৰণা আছিল। ভাৰতভূমিৰ পৰা অহা বুলি তোমাৰ প্ৰতি মই সন্মান প্ৰদৰ্শন কৰিছিলো।

আকৌ শেষবাৰৰ কাৰণে তোমাক মই সুধিছো—মোৰ স্বামীৰ কিয় এনে দুৰ্দশা হবলৈ পালে ? কোনে তেওঁক আঘাত কৰি অজ্ঞান কৰিছিল ?" —ক্ৰোধান্বিতা আৰু কুটিলা নাৰীৰ চকুৰ পৰা যেন জুইৰ ফিৰিঙতিহে ওলাইছে।

নাৰীৰ কথা শেষ নৌ হওঁতেই সেই বিৰাট বাঘটো আহি তেওঁৰ সন্মুখত থিয় হ'ল আৰু ৰণবীৰৰ মুখলৈ চালে।

মৃত্যুৰ মুখামুখি হোৱা এনে এটা চৰম পৰিস্থিতিত বোবা হৈ পৰা ৰণবীৰে প্ৰাণৰ আতুৰত চিঞৰি কবলৈ চেষ্টা কৰিলে—"দেৱী। মোৰ গাত দোষ নাই। ঘটনা ঘটিছিল ৰাতি আৰু সেই সময়ত মই নিদ্ৰাত আছিলো। খবৰ পাই মই যেতিয়া গ'লো সি তেতিয়া অজ্ঞান হৈ গৈছে আৰু তাৰ বাহুত বিহ লগা কাঁড়পাত লাগি আছে।"

"বিহ লগা কাঁড় ? কাৰ ইমান সাহস ? কোন সেই দুঃসাহসী ? কোন্ ?? ···কুম্‌ৰাণ !"

শক্তিশালী আৰু হৃষ্টপুষ্ট কুম্‌ৰাণৰ মুখখনত মৃত্যুৰ শেঁতা ছাঁ পৰিল।

"কোন সেই মানুহ যাৰ ইমান সাহস ? তই,···তই কৰ্ত্তব্যক অৱহেলা কৰিছ কুম্‌ৰাণ !"

"অধিষ্ঠাত্ৰী দেৱী ! মই মই"···কুম্‌ৰাণ থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। "কোন সেই মানুহ—উত্তৰ দে।"

"মই—মই কৰ্ত্তব্যক অৱহেলা কৰা নাই দেৱী। মই ইয়ালৈ অহাৰ দিনা ৰাতিয়েই এই দুৰ্ঘটনা ঘটিছিল। মই ঘূৰি গৈ পাওঁতে দেখো এই বিদেশী অজ্ঞান হৈ পৰি আছে। সেই মানুহটো পলাল। তাক কোনেও বিচাৰি নেপালে।"

"মনে মনে থাক। সেই অপৰাধীক ধৰি মোৰ ওচৰলৈ আনিব নোৱাৰাটোৱেই তোৰ কৰ্ত্তব্যৰ চূড়ান্ত অৱহেলাৰ চিন। তই এতিয়া কঠোৰ শাস্তিৰ বাবে সাজু হ'ব লাগিব।"

কুম্‌ৰাণৰ মুখখন সম্পূৰ্ণ শেঁতা। দেৱীৰ ভৰিৰ ওচৰত বহি থকা বাঘটোৱে তেতিয়া মুখখন মেলি জিভা মেলি আছিল।

"তাৰ আগতে সেই অপৰাধীটোৰ নাম কি, ক!"

"বিথুন।"

"বিথুন!....কাৰ ল'ৰা সি? তাৰ বাপেকৰ নাম?"

"বিলপু। বেজালি কৰিছিল।"

"বিলপুৰ বাপেকৰ নাম।"

"বিকলী। সি বোলে মঙ্গল চাইছিল।"

"বুজিলো—বিকলীৰ নাতি বিথুন।"

দেৱী যেন ক্ষন্তেক চিন্তান্বিত হৈ পৰিল। তাৰ পিচত তেওঁ তীব্ৰ গতিৰে ওলাই গ'ল আৰু ক্ষন্তেক পিচতেই আকৌ সোমাই আহিল। এইবাৰ তেওঁৰ হাতত আৰ্চীৰ নিচিনা চিকমিকাই থকা এটা পদাৰ্থ। আৰ্চীখনৰ ওপৰত ইথন হাতত থকা বগা গুৰি অলপ ছটিয়াই দি বস্ত্ৰাৱৰণৰ মাজেদি তালৈ চাবলৈ ধৰিলে। তেতিয়া সকলো মানুহ মৃত্যুৰ দৰে নিশ্চল হৈ আছিল।

"ইয়ালৈ তোৰ লগত কেইটা মানুহ আহিছিল?"

"একুৰি পাঁচোটা।"

দলটোৰ একেবাৰে সন্মুখত কোন আহিছিল?"

"মিনটুকা।"

"তাক এই মুহূৰ্ত্ততে মোৰ সন্মুখত উপস্থিত কৰ।"—

ধুমুহাৰ গতিৰে কুমৰাণ ওলাই গ'ল। ক্ষন্তেক পিচতেই এটা আতঙ্কগ্ৰস্ত মানুহক ধৰি আনিলে। কিচকিচিয়া ক'লা মানুহটো কঁপি কঁপি থিয় হ'ল।

"তোৰ নাম মিনটুকা?"

"হয় দেৱী?..."

"মিছা, মিছা কথা—। কাৰ আগত তই মিছা কথা কৈছ—তই নেজান? তই বিথুন। এবাতিতে শৰীৰৰ বৰণ সলনি কৰাৰ কৌশল তই তোৰ দেউতাৰৰ পৰা শিকিছিলি, তই মিনটুকাক হত্যা কৰিছ। সঁচা কথা ক, বিথুন।"

"মোক ক্ষমা কৰক দেৱী! মোক ক্ষমা কৰক।"

"ক্ষমা? মোৰ স্বামীক তই হত্যা কৰিব খুজিছিলি আৰু সেই কাৰণে মই তোক ক্ষমা কৰিব লাগিব?"...নাৰীৰ কণ্ঠৰ পৰা এটা বিদ্ৰূপৰ হাঁহি ওলাল।

"চা বিধুন! মোৰ মুখলৈ চা। মোৰ আদেশ—মোৰ মুখলৈ চা..."

চকুৰ পলকতে যি ঘটনা ঘটি গ'ল তাক অলৌকিক বুলি কোৱাৰ বাহিৰে অন্য কোনো উপায় নাছিল। দেৱীৰ উন্মুক্ত চকু বিধুনৰ চকুৰ ওপৰত পৰাৰ লগে লগে এটা আতঙ্ক-বিহ্বল চিঞৰেৰে বিধুন কঁপি কঁপি মাটিত পৰি কিছু সময় ছট্‌ফটাই অৱশেষত থৰ হৈ পৰিল।

দেৱীৰ কাৰণে এইটো বোধকৰো এটা সাধাৰণ কথা। চকুকিটা পুনৰ বস্ত্ৰেৰে আবৃত কৰি কুমৰাণক সুধিলে—"এতিয়া ক কুমৰাণ। এই বিধুনে কিহৰ কাৰণে এওঁক মাৰিছিল? নিশ্চয় এটা গূঢ় আৰু গুপ্ত কাৰণ আছিল—যি মোৰ কাৰণেও অজ্ঞাত হৈ আছিল।"

আতঙ্কত মূঢ় আৰু দুৰ্বল হৈ পৰা কুমৰাণে অনুভৱ কৰিলে দেৱীৰ আগত সকলোবোৰ কথা অকপটে কৈ দিয়া উচিত। কুমৰাণৰ মৃত্যু অৱধাৰিত। গতিকে সঁচা কথা কোৱাই বাঞ্ছনীয়। তেতিয়া হয়তো দৈৱৰ বলত দেৱীয়ে ক্ষমা কৰিলেও কৰিব পাৰে:

"দেৱী! মোৰ ছোৱালী বিলালিক বিধুনলৈ বিয়া দিয়াৰ কথা চলি আছিল। বিলালিয়ে কিন্তু আপত্তি কৰিছিল। বিধুনে কিন্তু মোৰ ছোৱালীক বিয়া কৰাবলৈ পগলাৰ নিচিনা হৈ পৰিছিল।"

"তাৰ পিচত?"

"তাৰ পিচত দেৱী, সেই দিনা ৰাতি বিলালিৰ এই ডেকা ল'ৰাৰ প্ৰতি ..

"প্ৰেম জন্মিল?..." কুমৰাণক কথা শেষ কৰিবলৈ নিদি দেৱীয়ে মাজতে চিঞৰি উঠিল। এটা অন্তৰ কঁপি যোৱা হাঁহিৰে তেওঁৰ অন্তৰৰ তীব্ৰ অৱজ্ঞা প্ৰকাশ কৰিলে।

"ওঁ তাৰ পিচত? কুমৰাণৰ ছোৱালীৰ প্ৰেম নিবেদন! তোৰ

ছোৱালীৰ সাহসতো কম নহয় কুম্‌বাণ। শুনিছা বিদেশী, তোমাৰ হাঁহি উঠা নায়নে? আৰু এটা কথা, তোমাৰ চকুৰ আগতেই এজনী সামান্য ছোৱালীয়ে তোমাৰ লগত অহা 'তোমাৰ পুত্ৰ-সম'ৰ ওচৰত প্ৰেম-নিবেদন কৰিলে আৰু তুমি চাই থাকিলা। ইয়াৰ উত্তৰ দিব পাৰিবানে?"

চকুৰ আগতেই বিথুনৰ এনেকুৱা অস্বাভাৱিক মৃত্যু দেখি ইতিমধ্যে ৰণবীৰৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল। তথাপিও তেওঁ কৰলৈ চেষ্টা কৰিলে—

"মোৰ অজ্ঞাতে এইয়া ঘটিছিল, মই নেজানো। বিথুনে বিজয়ক মাৰিবৰ কাৰণে বহুত সময়ৰ আগৰে পৰা বোলে ষড়যন্ত্ৰ কৰিছিল। এই কথা গম পাই কুম্‌বাণৰ জীয়েক বিলালিয়ে বিজয়ক শোৱাৰ পৰা তুলি নি পাহাৰৰ ওপৰলৈ লৈ গৈছিল।"

"তাৰ পিচত? কৈ যোৱা নৰ'বা"—দেৱীৰ কণ্ঠৰ পৰা কঠোৰ স্বৰ ধ্বনিত হ'ল।

"আমি তেতিয়া দুৰ্যোৰ টৌপনিত লালকাল। ৰাতিৰ নিৰ্জন পাহাৰত বিজয় আৰু বিলালি—দুয়ো দুয়োকে মন-প্ৰাণ সঁপি দিলে হেনো। আৰু এই জীৱনত দুয়ো দুয়োকে নেৰো বুলি··· ··"

ৰণবীৰে কথা সমাপ্ত কৰিব নোৱাৰিলে। তাৰ আগতেই তীব্ৰ চিঞৰ ধ্বনিত হ'ল—"মিছা, মিছা!—এইবোৰ মিছা কথা। এইবিলাক সকলো তোমালোকৰ ষড়যন্ত্ৰ। এওঁক সামান্য বিলালিয়ে পথভ্ৰষ্ট কৰি প্ৰলোভন দেখুৱাইছিল। বীৰ্যবাহন নিষ্কলঙ্ক চৰিত্ৰৰ পুৰুষ।···কুম্‌বাণ! তোৰ ছোৱালীয়ে গুৰুতৰ অপৰাধ কৰিছে। বিথুনৰ দৰে তোৰ ছোৱালীও মৰিব লাগিব—"

"কিন্তু দেৱী।"

"কোনো কথা মই শুনিব নোখোজো। তোৰ ছোৱালীয়ে পাপ কৰিছিল! সেই পাপৰ শাস্তি মৃত্যু।"

"পাপ!"—অজানিতে ৰণবীৰৰ মুখৰ পৰা শব্দটো ওলাই পৰিল।

"কিন্তু দেৱী প্ৰেম-মৰম-ভালপোৱা কেনেকৈ পাপ হ'ব পাৰে?" ৰণবীৰে এটা প্ৰচণ্ড দুঃসাহস প্ৰকাশ কৰিছে। ৰণবীৰৰ কথা শুনি দেৱীয়ে মনৰ তীব্ৰ খং সংযত কৰি ক'লে—"বিদেশী! প্ৰেম পাপত পৰিণত হয় যেতিয়া ই একপক্ষীয় হয়। কুম্বাণৰ ছোৱালীয়ে প্ৰলোভন দেখুৱাই প্ৰেম নিবেদন কৰিছিল আৰু এওঁৰ নাছিল কোনো সঁহাৰি।"

"কিন্তু দুয়ো দুয়োকে মন-প্ৰাণ সঁপি দিছিল। তাৰ উপযুক্ত প্ৰমাণ আছে দেৱী।"

"প্ৰমাণ?—কি?"

"বিজয়ে প্ৰেমৰ নিদৰ্শন স্বৰূপে বিলাসিক এটা আঙঠি দিছিল।"

দেৱী ক্ষন্তেক নিস্তব্ধ হ'ল। আকৌ তেওঁ চিঞৰি উঠিল। "সেই আঙঠিৰ কোনো মূল্য নাই। কুম্বাণৰ জীয়েকে তাইৰ যৌৱনেৰে এওঁক সাময়িকভাৱে মোহগ্ৰস্ত কৰিছিল। বিদেশী! মোৰ ভুল হ'ল। কুম্বাণৰ অপৰাধী আৰু পাপী ছোৱালীজনীক ধৰি আনিবলৈ বিধুনকেই পঠিয়াব লাগিছিল। তেতিয়া দুয়োটাৰে মৃত্যু মই একেলগ চাই হেপাঁহ পলুৱাব পাৰিলোহেঁতেন।"

কুম্বাণ আৰু ৰণবীৰ দুয়ো শিঁয়ৰি উঠিল।

"কুম্বাণ! তই এতিয়াই গৈ কালিলৈ আবেলিৰ ভিতৰত তোৰ ছোৱালীক ইয়াত উপস্থিত কৰাবহি লাগিব।"

দেৱীৰ এই নিষ্ঠুৰ আদেশত গভীৰ আতঙ্কত, কুম্বাণে চিঞৰি উঠিল —"দেৱী! মোৰ ছোৱালীক ক্ষমা কৰক। তাই এইবোৰ একো বুজি নাপায়। তায়েই মোৰ একমাত্ৰ সন্তান···।"

"উঁহো—এনে গুৰুতৰ দোষৰ কোনো ক্ষমা নাই। তোৰ ছোৱালীয়ে এওঁৰ প্ৰতি দুৰ্বলতা প্ৰকাশ কৰি যি অন্যায় কৰিছিল, তাৰ একমাত্ৰ শাস্তি মৃত্যু। আৰু শুন। তই পলাবলৈ চেষ্টা নকৰিবি। তোৰ পিচে পিচে মোৰ বাঘটোও যাব।"

কুম্বাণৰ মুখৰ মাত বন্ধ হ'ল। সকলো ইন্দ্ৰিয় যেন অৱশ হৈ পৰিল। দেৱীৰ আদেশ পালন কৰাৰ বাহিৰে অন্য কোনো উপায়

নাই। দেৱীৰ আদেশ উলঙ্ঘা কৰাৰ শক্তি এই পৃথিৱীত কাৰোৱেই নাই। আদৰৰ দুলালী জীয়েকক অসীম শক্তিধাৰিণী প্ৰতিহিংসাপৰায়ণা দেৱীৰ ক্ৰোধাগ্নিত আহুতি দিয়াৰ বাহিৰে কুম্‌বাণে চকুৰ আগত কোনো পথ নেদেখিলে।

ঠিক তেনেতে ৰণবীৰৰ মগজুত যেন এটা বিদ্যুৎ প্ৰৱাহ খেলি গ'ল। এই কথাষাৰ ইমান সময়ে একেবাৰে মনত পৰা নাছিল।

উত্তেজিত হৈ ৰণবীৰে সাহসেৰে ক'লে—"দেৱী! আপুনি বিজয়ৰ জ্ঞান ঘূৰাই অনাৰ আগ মুহূৰ্ত্তত এষাৰ কথা কৈছিল—"

"কি?"

"আপুনি কৈছিল, যোৱা পাঁচদিন এই ডেকা ল'ৰাৰ জীৱন, জীৱন-মৃত্যুৰ দোমোজাৰ কালছোৱাত আৱদ্ধ হৈ আছিল। সাধাৰণতে কোনো মানুহৰ জীৱন এই অতি অস্থিৰ কালত এইদৰে স্তব্ধ হৈ নেথাকে।···

"ওঁ, মই কৈছিলো।"

"আপুনি আৰু কৈছিল—এই ডেকা ল'ৰাটোৰ গাত নিশ্চয় এনেকুৱা এটা বস্তু আছে যিহে তেওঁৰ জীৱনটো মৃত্যুৰ হাতৰ পৰা ৰক্ষা কৰি আছে।"

দেৱীৰ উজ্জ্বল চকুযোৰ যেন কৌতূহলত বেছিকৈ চিক্‌মিকাই উঠিল। "কৈছিলো আৰু সেয়া মই এতিয়াও কওঁ। যি তীব্ৰ বিষ এওঁৰ শৰীৰত প্ৰৱেশ কৰিছিল, এটা দিনৰ কাৰণেও কোনো মানুহ জীয়াই থাকিব নোৱাৰে। কিন্তু তুমি কি ক'ব খুজিছা বিদেশী?"

"মই ক'ব খুজিছো দেৱী যি বস্তুৱে এই ডেকা ল'ৰাৰ জীৱনটো পাঁচদিন ধৰি ৰাখিছিল তাৰ কথা মই জানো·"

'তুমি জানা বিদেশী? কি সেই বস্তু!"

মৰণত শৰণ দি প্ৰচণ্ড দুঃসাহস প্ৰকাশ কৰি ব্যঙ্গভৰা কণ্ঠেৰে ৰণবীৰে ক'লে—"দেৱী। মই ভাবিছিলো, আপুনি অসীম শক্তিধাৰিণী সৰ্বজ্ঞা। আপুনি সকলো কথাই জানে। কিন্তু এতিয়া স্বচক্ষে দেখিলো আপুনি বহুত সৰু কথাই নেজানে—"

"বিদেশী !!" তীক্ষ্ণ স্বৰত স্বৰটো জনজনাই গ'ল। কিন্তু ৰণবীৰ ক্ষান্ত নহ'ল।

"আৰু দেখিলো প্ৰেমৰ অধিকাৰ আছে মাত্ৰ আপোনাৰ নিচিনা অসীম শক্তিধাৰিণী ৰহস্যময়ী নাৰীৰহে আৰু এজনী সাধাৰণ ছোৱালীৰ প্ৰেমৰমূল্য হৈছে মৃত্যু। সেইয়া তাইৰ পাপ—"

উত্তেজনাত প্ৰৌঢ় ৰণবীৰ সিং কঁপিবলৈ ধৰিছে। এই নিষ্ঠুৰা নাৰীৰ হাতত তেওঁৰ মৃত্যু অনিবাৰ্য্য। কিন্তু তাৰ আগতে তেওঁ হেপাঁহ পলুৱাই কথাখিনি কৈ যাব লাগিব।

"বিদেশী! মৃত্যুলৈ তোমাৰ ভয় নাই? এটা কথা মনত ৰাখিবা বিদেশী! অনন্ত কাল ধৰি মনৰ ভিতৰত সঙ্গোপনে সযতনে লুকুৱাই ৰখা মোৰ এই শাশ্বত প্ৰেম আৰু এৰাতিৰ ভিতৰতে অজ্ঞাত বিলালিৰ বুকুত জন্ম লোৱা আদিম উন্মাদনা একে নহয়। তুমি তুলনা নকৰিবা।"

"তুলনা মই কৰা নাই দেৱী। তুলনা কৰাৰ ধৃষ্টতা মোৰ নাই। কিন্তু এজনী নৱ-যৌৱনা ছোৱালীৰ প্ৰেম অপৰাধ আৰু পাপ বুলি সাব্যস্ত কৰাটোও মই গ্ৰহণ কৰিব পৰা নাই দেৱী। এজনী সৰলা আৰু নিষ্পাপ বালিকাৰ মৃত্যু ঘটোৱা আপোনাৰ পক্ষে অতি সহজ কাম। কিন্তু সেই বালিকাৰ অন্তৰত জন্ম হোৱা প্ৰেমৰ অঙ্কুৰ বিনষ্ট কৰাৰ শক্তি কাৰো নাই —আপোনাৰো নাই।"

"বিদেশী!" দেৱীৰ তীব্ৰ চিঞৰত ৰণবীৰ ক্ষান্ত হবলৈ বাধ্য হ'ল। তাৰ পিচত আচৰিত ধৰণে দেৱীৰ মনৰ পৰিবৰ্তন ঘটিল। উত্তেজনা যেন কাটি আহিবলৈ ধৰিলে। তেওঁ বস্ত্ৰাৱৰণৰ মাজেৰেই ৰণবীৰৰ চকুলৈ চাবলৈ ধৰিলে। ৰণবীৰৰ সৰ্বশৰীৰ সিৰ্‌সিৰাই উঠিল। তেওঁ চকু নমাই দিলে।

'তোমাৰ খং উঠিছে বিদেশী, মই বুজিছো। কিন্তু তুমি কি ক'ব খুজিছা স্পষ্টকৈ কোৱা।"

"মই ক'ব খজিছো দেৱী, যদি বিলালিৰ প্ৰেম পাপেই আছিল,

তেন্তে বিজয়ৰ শৰীৰত তীব্ৰ বিষক্ৰিয়াৰ পিচতো সেই প্ৰেমে তেওঁৰ জীৱন মৃত্যুৰ পৰা কেনেকৈ ৰক্ষা কৰিব পাৰিছিল ?"

"ইয়াৰ অৰ্থ ?" দেৱীয়ে প্ৰশ্ন কৰিলে।

'এয়া চাওক দেৱী, বিলাসিয়ে প্ৰেমৰ বন্ধন স্বৰূপে যদি বিজয়ৰ বাহুত সঞ্জীৱনী শক্তি থকা এই লতাডাল বান্ধি নিদিলেহেঁতেন, তেতিয়া হয়তো আমি বিজয়ক কেতিয়াও ঘূৰাই নেপালোহেঁতেন।"

চকুৰ পলকতে দেৱীয়ে বিজয়ৰ বাহুত মেৰ খাই থকা লতাডাল হাতেৰে স্পৰ্শ কৰি কৌতূহলী দৃষ্টিৰে চালে। অস্পষ্টভাৱে মুখৰ ভিতৰতে কিবা গুণ্ গুণালে। তাৰ পিচতেই আচম্বিতে আনন্দৰ অধীৰতাত দেৱীয়ে চিঞৰি উঠিল—"সঁচা বিদেশী। তোমাৰ কথা সঁচা।" ইয়াৰ পিচত কন্তেক সময় চিন্তা কৰি মৃদুস্বৰত কবলৈ ধৰিলে—

"মই কুমৰাণৰ ছোৱালীৰ ওচৰত কৃতজ্ঞ। তাই এওঁৰ জীৱন ধৰি ৰাখিছিল। আৰু এই কাৰণেই মই কুমৰাণৰ ছোৱালীক ক্ষমা কৰিব পাৰো।"

জীয়েক মৃত্যুমুখৰ পৰা ঘূৰি অহাৰ আনন্দৰ উত্তেজনাত কুমৰাণ মাটিত পৰি যাব খুজিছিল। ৰণবীৰে তেওঁক সাৱটি ধৰিলে। কুমৰাণে ৰণবীৰৰ হাতত খামোচ মাৰি ধৰিলে। সেই পৰশত বোধকৰো এটাই নীৰৱ ভাষা প্ৰকাশ পাইছিল—"বিদেশী বন্ধু, তোমাৰ এই ঋণ মই এই জনমত শুজিব নোৱাৰিম।"

## ॥ তেৰ ॥

সেই ৰহস্যময়ী নাৰীয়ে গম্ভীৰ হৈ ক'বলৈ ধৰিলে—"বিদেশী বন্ধু ! মোৰ স্বামীক তুমি মোৰ ওচৰলৈ ঘূৰাই আনিছা। তাৰ বাবে মই তোমাৰ ওচৰত কৃতজ্ঞ। এই কৃতজ্ঞতাবোধ আছে কাৰণেই আজি তোমাৰ দুঃসাহস আৰু ধৃষ্টতাও সহজতে স্বীকাৰ কৰি লৈছো, সহ্য কৰিছো।" তাৰ-পিচত ক্ষন্তেক নিস্তব্ধ হৈ পুনৰ নাৰীয়ে ক'লে—

"মোৰ স্বামী বীৰ্য্যবাহন এতিয়া গভীৰ নিদ্ৰাত আছে। অলপ পিচতেই তেওঁ সাৰ পাব। তাৰ পিচতো যদি কিবা কথাত কেনেবাকৈ অঘটন ঘটে তেন্তে এইবাৰ তাৰবাবে তুমিয়েই দায়ী হ'বা, বিদেশী ! জানি থ'বা মৃত্যু আৰু ধ্বংসতেই মই আনন্দ পাওঁ।"

এটা লোমহৰ্ষক হাঁহিৰে দেৱী সেই কোঠাৰ পৰা তৎক্ষণাৎ ওলাই গুছি গ'ল।

আজি তেওঁৰ মন-প্ৰাণ উদ্বেলিত। যুগ-যুগান্তৰৰ বিনিদ্ৰ ৰজনীৰ অপেক্ষাৰ পিচত আজি তেওঁৰ স্বামী তেওঁৰ ওচৰলৈ আহিছে। নাৰীৰ পূৰ্ণ যৌৱনৰ ষোড়শোপচাৰেৰে স্বামীক আদৰিবলৈ তেওঁ ব্যস্ত হৈ পৰিল। নিস্তব্ধ মায়াপুৰী তেওঁৰ চঞ্চল চৰণ ধ্বনিৰে সজাগ আৰু মুখৰিত হৈ পৰিল।

উৎকণ্ঠাভৰা দৃষ্টিৰে ৰণবীৰে বিজয়ৰ মুখলৈ চাই থাকিবলৈ ধৰিলে। তেতিয়া কিমান ৰাতি সঠিককৈ ধৰিব নোৱাৰি।

অৱশেষত গভীৰ টোপনিৰ পৰা সাৰ পাই উঠাৰ দৰে বিজয়ে লাহে লাহে চকুকিটা মেলিলে। চকু মেলাৰ লগে লগে তেওঁৰ কাষত বহি থকা ৰণবীৰলৈ চকু পৰিল। কোঠাটোত তেতিয়া অন্য কোনো নাছিল। কিছু সময়ৰ আগতে এই ঘৰটোত যে বহুত ঘটনা ঘটি গ'ল তাৰ কোনো চিন

নাই। এটা শান্ত পৰিবেশ। মূৰ্চ্ছা যোৱাৰ আগতে বিজয়ৰ যি উত্তেজনা আছিল এতিয়া আৰু সি নাই। তেওঁ বহুখিনি দুৰ্বল হৈ পৰিছে।

এটা ক্ষীণ কণ্ঠেৰে বিজয়ে ৰণবীৰক সুধিলে—

"দদাইদেউ, আমি এতিয়া ক'ত আছো ?" এইবাৰ ৰণবীৰে ঘপহকৈ উত্তৰ নিদিলে। খুব সাৱধানেৰে উত্তৰ দিবলৈ চেষ্টা কৰিলে।

"এইখন বেলেগ ঠাই বিজয়।"

"মই কেনেকৈ জীৱন পালো দদাইদেউ ?"

"তোৰ আশা আমিও এৰি দিছিলো। কিন্তু ইয়াত থকা এগৰাকী আচৰিত শক্তিসম্পন্না নাৰীয়ে তেওঁৰ ঔষধ আৰু শক্তিৰ বলেৰে তোৰ জ্ঞান আৰু জীৱন ঘূৰাই আনিলে··· ।"

"কোন নাৰী ? কি নাম তেওঁৰ ?"—সামান্য উত্তেজিত হ'ল বিজয়।

"সেই নাৰী কোন এতিয়াও ৰহস্যপূৰ্ণ হৈ আছে। কুম্ৰাণহঁতে তেওঁকেই অধিষ্ঠাত্ৰী দেৱী বুলি জ্ঞান কৰে··· ।"

"তেন্তে এওঁৱেই সেই দেৱী যাৰ কথা বিলালিয়ে মোৰ আগতে কৈছিল···।"

ৰণবীৰে একো নেমাতিলে। বিজয়েতো নেজানে অলপ আগতে বিলালিক কেন্দ্ৰ কৰি কিমান নিষ্ঠুৰ কাণ্ড ঘটি গ'ল। বিলালিৰ কথাও যে একেবাৰে পাহৰিব লাগিব এই কথাও তো বিজয়ে নেজানে। এটা হুমুনিয়াহ ৰণবীৰৰ মুখৰ পৰা ওলাই আহিল।

"কি হ'ল দদাইদেউ ? বিলালিৰ কিবা ঘটিছেনেকি ?"—বিজয় আকৌ উত্তেজিত হৈ পৰিল। তাকে দেখি ৰণবীৰে লৰালৰিকৈ উত্তৰ দিলে—"একো হোৱা নাই, তাই ভালেই আছে। তোৰ কাৰণে এটা ভাল খবৰহে আছে। যি মানুহটোৱে তোৰ গালৈ বিহঁ কাঁড় মাৰিছিল সেই বিখুনৰ মৃত্যু ঘটিছে।"

আনন্দৰ উত্তেজনাত বিজয় তৎক্ষণাৎ বিচনাখনত বহিল আৰু চিঞৰি উঠিল—"বিখুন মৰিল ? কিন্তু কেনেকৈ ? ক'ত মৰিল ??"

"তাৰ মৃত্যু ঘটিছে ৰহস্যময়ী এই দেৱীৰ হাতত। আৰু…" আনন্দৰ আতিশয্যত বিজয়ৰ বাকী কথাখিনি শুনাৰ ধৈৰ্য্য নেথাকিল।

"তেন্তে দদাইদেউ, এতিয়া বিলাসিক তৎক্ষণাৎ ইয়ালৈ অনাৰ ব্যৱস্থা কৰিব লাগে। আৰু দেৱী, দেৱী ক'ত থাকে দদাইদেউ? মই তেওঁৰ ওচৰলৈ যাব খোজো। তেওঁৰ ওচৰলৈ গৈ মই কৃতজ্ঞতা জনাব লাগিব। দদাইদেউ, মই এতিয়া দেৱীৰ ওচৰলৈ যাওঁ—।"

ঠিক সেই মুহূৰ্ত্তে ৰহস্যময়ী নাৰীৰ আকৌ সেই কোঠাত প্ৰৱেশ ঘটিল। এইবাৰ তেওঁৰ বেশভূষা সম্পূৰ্ণ বেলেগ। পাতল অথচ নীলা ৰঙৰ কাপোৰেৰে তেওঁৰ গোটেই শৰীৰ আবৃতা। মুখৰ ওপৰতো সেই একে আৱৰণ। হাতত এটা মাটিৰ পাত্ৰ।

অবাক বিস্ময়েৰে বিজয়ে এই ধুনীয়া সাজেৰে সজ্জিতা দীৰ্ঘাঙ্গী নাৰীলৈ চাবলৈ ধৰিলে। ইতিমধ্যে ভয় আৰু আতঙ্কই তেওঁৰ মন অধিকাৰ কৰি পেলাইছে।

কোঠাটোত সোমাই দেৱীয়ে ৰণবীৰলৈ চালে আৰু ক'লে—

"বিদেশী বন্ধু! তুমি এতিয়া যাব পাৰা ইয়াৰ পৰা। তোমাৰ কাৰণে বেলেগ এটা কোঠা আছে; তুমি তাত জিৰণি লোৱাগৈ।"

সামান্য ইতস্ততঃ কৰি ৰণবীৰে ক'লে—"কিন্তু দেৱী!…" তেওঁৰ কথা শেষ নহ'ল; তাৰ আগতেই কঠোৰ স্বৰেৰে দেৱীয়ে কৈ উঠিল—"বিদেশী! তুমি ইমান সোনকালে মোৰ কথাবোৰ পাহৰি যাবলৈ চেষ্টা নকৰিবা।"

উপায়হীন ৰণবীৰে বিজয়লৈ এটা করুণ দৃষ্টি নিক্ষেপ কৰি সেই কোঠাৰ পৰা লাহে লাহে নিষ্ক্ৰান্ত হ'ল।

নাৰী বিজয়ৰ ওচৰলৈ আগবাঢ়ি গ'ল আৰু পলক নেপেলোৱাকৈ মুখলৈ কিছু সময় ৰ লাগি চাবলৈ ধৰিলে। আতঙ্ক আৰু মোহগ্ৰস্ত বিজয়ে তলমূৰ কৰিলে।

এটা মধুৰ লাস্যময়ী ভঙ্গীৰে হাতৰ পাত্ৰটো আগবঢ়াই দি নাৰীয়ে আন্তৰিকতাৰ সুৰেৰে ক'লে—"হোৱা, এইখিনি খাই পেলোৱা।"

স্বপ্নৰ আৱেশত অৱশ হৈ পৰা মানুহৰ দৰে বিজয়ে কঁপা কঁপা হাতেৰে পাত্ৰটো ল'লে। বিজয়ৰ কপালত তেতিয়া ঘাম বিৰিঙিছিল তাকে দেখি নাৰীয়ে ঘামখিনি মচি কপালত হাত বুলাই দিলে। কি শীতল, সুন্দৰ!

কিন্তু এই অভাৱনীয় পৰিবেশত বিজয় অধিক আতঙ্কিতহে হৈ পৰিল। কাষত দদাইদেৱো নাই। দেৱীয়ে তেওঁক বাহিৰলৈ যাবলৈ কিয় ক'লে? বিজয়ে ভয়ে ভয়ে নাৰীৰ মুখৰ পিনে চাবলৈ চেষ্টা কৰিলে। কিন্তু মুখখন দেখাৰ কোনো উপায় নাই। শৰীৰৰ কোনো অংশই অনাবৃত হৈ থকা নাই।

মধুক্ষৰা কণ্ঠেৰে নাৰীয়ে সুধিলে—"এতিয়া গা কেনে পাইছা? খোৱা, পানীখিনি খোৱা। শৰীৰত শক্তি পাবা।" তেতিয়া তেওঁৰ হাতখন বিজয়ৰ মূৰৰ ওপৰত।

"কি হ'ল, নোখোৱা কেলেই? ভয় কৰিছা? বিহ দিছো বুলি ভাবিছা নহয়?···অৱশ্যে তুমি ভাবিবাই। তোমাৰ গাত কি দোষ। মোৰেই গাতনো তেতিয়া কি দোষ আছিল? সেইটো কৰাৰ বাহিৰে তেতিয়া মোৰ কোনো উপায় নাছিল। মোক ক্ষমা কৰিব পাৰিবানে নোৱাৰা ক'ব নোৱাৰো।··এতিয়া কিন্তু কোনো ভয় নাই। তুমি নিশ্চিন্ত হৈ পানীখিনি খাই পেলোৱা।"

বিজয়ে এইবোৰ কি অবোধ্য ভাষা শুনিছে। এই অচিনাকি নাৰীয়ে এইবোৰ কি কৈছে! বিজয়ৰেই মতিভ্ৰম ঘটিছে নেকি?

"কি ভাবি আছা? খাই চোৱাচোন।"

বিজয়ৰ ঠুতৰিত নাৰীৰ কোমল আৰু তীক্ষ্ণ আঙুলি কিটাৰ পৰশ পৰাৰ লগে লগে তেওঁ ৰোমাঞ্চিত আৰু শিহৰিত হৈ পৰিল। ইয়াৰ পিচত কোনোধৰণৰ ইতস্ততঃ নকৰি বিজয়ে পাত্ৰৰ পানীখিনি খাই পেলালে। আচৰিত! মনৰ সকলো জড়তা, সংকোচ আৰু মোহ চকুৰ নিমিষতে নাইকিয়া হৈ গ'ল। তাৰ পৰিবৰ্তে শৰীৰত অনুভৱ কৰিলে এটা নতুন বল আৰু উদ্দীপনা। লগে লগেই তেওঁ অনুভৱ কৰিলে

এই দেৱী-মূৰ্ত্তিৰ প্ৰতি এতিয়ালৈকে কৃতজ্ঞতা নজনোৱাটো তেওঁৰ পক্ষে চৰম দোষৰ কথা হৈছে।

বিজয় থিয় হ'ল আৰু হাতযোঁৰ কৰি দেৱীৰ ভৰিলৈ চাই ভক্তিভৰা কণ্ঠেৰে ক'লে—"দেৱী মোৰ দোষ ক্ষমা কৰিব। আপুনি মোক জীৱন দিছে অথচ মই ইমান সময়ে আপোনাক কৃতজ্ঞতা জনোৱা নাই।"

বিজয়ৰ কথাত যেন নাৰীয়ে বৰ আমোদ অনুভৱ কৰিলে। এটা মধুৰ হাঁহিৰে তেওঁ কৈ উঠিল—"মই দেখিছো তুমি এতিয়াও ভাৰতভূমিৰ সেই সনাতন ৰূপৰ শিষ্টাচাৰ আচৰণ এৰিব পৰা নাই। আৰু তুমি মোক 'দেৱী' বুলি সম্বোধন কৰিছা। হাঁহি উঠেনে ?"

সামান্য সাহস সঞ্চয় কৰি বিজয়ে ক'লে—"কিন্তু ই শিষ্টাচাৰ আচৰণ নহয় দেৱী। ই মোৰ কৰ্ত্তব্য।"

"তুমি আজিও পাহৰিব পৰা নাই। মই অবাক হৈছো। পুৰুষৰ বুকুত ইমান অভিমান ভাল জানো, কোৱাচোন। পুৰুষৰ অভিমানে নাৰীক কিমান বেছি আঘাত দিয়ে তোমালোকেতো নেজানা।"

আচৰিত হৈ বিজয় চিঞৰি উঠিল—"দেৱী! আপুনি এইবোৰ কি কৈছে ?"

লগে লগে নাৰীয়ে উত্তৰ দিলে—"মোক 'তুমি' বুলি মাতিবা। আপুনি বুলি নেমাতিবা। আৰু মই দেৱী নহওঁ। তোমাৰ মোহেৰে আবৰা মনটোৰ পৰা নিজক উলিয়াই আনা, তেতিয়া দেখিবা মই তোমাৰ দেৱী নহওঁ।"

"কিন্তু মই এইবোৰ একো বুজিব পৰা নাই। আপুনি দেৱী! আপুনি সকলোৰে অধিষ্ঠাত্ৰী দেৱী। মোক বিলাসিয়ে কৈছে আপোনাৰ শক্তি অসীম।"

নাৰী বিৰক্ত হ'ল। তাৰ প্ৰমাণ, তেওঁৰ শৰীৰ স্থিৰ হৈ পৰিল। মুখখনত বোধকৰো কঠোৰতা ফুটি উঠিল।

"আমাৰ সাময়িক অদৰ্শনত তোমাৰ ইমান অধঃপতন হ'ব বুলি মই ভবা নাছিলো। এজনী সামান্য ছোৱালীৰ মোহত যে তুমি এনেদৰে

মোহগ্ৰস্ত হ'বা মই কল্পনা কৰিব পৰা নাছিলো। ইচ্ছা কৰা হ'লে এই ছোৱালীজনীকো বিথুনৰ দৰে নিঃশেষ কৰি দিব পাৰিলোহেঁতেন। কিন্তু "

"দেৱী! নাজানো তুমি দেৱী নে মানৱী।" অজ্ঞাতে বিজয়ৰ মুখৰপৰা 'তুমি' শব্দটো উচ্চাৰিত হ'ল। "তোমাৰ মুখত বিলালিৰ প্ৰতি এনে কটু ইঙ্গিত মোৰ অসহ্য লাগিছে। কিন্তু ৰণবীৰ দদাইদেৱে কৈছে তুমি হেনো মোৰ জীৱন দিছা। গতিকে মই সংযত হ'লো···।"

মনৰ খং অপূৰ্ব্ব কৌশলেৰে দমন কৰি নাৰীয়ে ক'লে—"তোমাৰ খং উঠিছে, মই জানোঁ। কিন্তু তোমাৰ ক্ৰোধৰ কাৰণ কি জানা? তুমি নিজকেই চিনি পোৱা নাই। তুমি ইমানখিনি কোৱাৰ পিচত মোৰ মনলৈ কিন্তু অকণো বিৰক্তিৰ ভাব অহা নাই। মোৰ বৰং ভাল লাগিছে তুমি মোক 'তুমি' বুলি সম্বোধন কৰিছা, তুমি মোক কি নামেৰে মাতিবা পাহৰি গ'লা নহয়? মনত পেলোৱাচোন।"

"তোমাৰ নাম জনাৰ মোৰ প্ৰয়োজন নাই। তুমি মোৰ কাৰণে, মোৰ আৰু বিলালিৰ কাৰণে দেৱী, আমাৰ অধিষ্ঠাত্ৰী দেৱী।"

"বিলালি, বিলালি! এই নামৰ বাহিৰে এই পৃথিৱীত অন্য কোনো নাম নাই?"···দেৱীৰ গোটেই শৰীৰত বিৰক্তিৰ চিন ফুটি উঠিল। অৱশ্যে তেওঁ আকৌ সংযত হৈ ক'বলৈ ধৰিলে—"অৱশ্যে তোমাৰ গাত অকণো দোষ নাই। তুমি মোহান্ধ, তুমি এতিয়াও সংস্কাৰৰ জালৰ পৰা মুক্ত হ'ব পৰা নাই। চিন্তা নাই; তুমি লাহে লাহে মুক্ত হ'বা। এই মুহূৰ্ত্তত তুমি নেজানা—তুমি প্ৰকৃততে কোন। যি মানুহে নিজক ভালকৈ নেজানে সেই মানুহে আনক জানিব কেনেকৈ?"

"কিন্তু মই?···"

"মই কিন্তু জানো তুমি কোন। তুমিতো নেজানা, তোমাৰ কাৰণেই মই এই নিৰ্জ্জন পুৰীত যুগ-যুগান্তৰ ধৰি আকুলভাৱে প্ৰতীক্ষা কৰি আছো। মই নিজক জানো কাৰণেই আনক জানো, তোমাক জানো

আৰু মোৰ নিজৰ ওপৰত গভীৰ বিশ্বাস আছে কাৰণেই তোমাক মই আকৌ ঘূৰাই পালো।"

বিজয়ৰ বুদ্ধি-বৃত্তি যেন লাহে লাহে লোপ পোৱাৰ উপক্ৰম হৈছে। এই নাৰী কোন? কি কয় এই নাৰীয়ে? তেওঁৰ কথাবোৰ প্ৰলাপ যেন লাগিছে যদিও তেওঁ ইমান দৃঢ় আন্তৰিকতাৰে প্ৰতিটো শব্দ কৈছে যে বিশ্বাসযোগ্য নহয় বুলিও দলিয়াই পেলাব নোৱাৰি। সেই পানীখিনিত নিশ্চয় কিবা অন্য পদাৰ্থ মিশ্ৰিত হৈ আছিল। নহলে বিজয়ৰ এনেকুৱা মনৰ ভ্ৰম কিয় হ'ব? লাহে লাহে বিজয়ে ক'বলৈ ধৰিলে—"তুমি নিশ্চয় কিবা এটা ভুল কৰিছা। তুমি যাক ভাবি এইবোৰ কৈছা সেইজন বোধকৰো মই নহওঁ। তুমি ভুল কৰিছা..."

"মোৰ ভুল?"—এটা তাচ্ছিল্যৰ হাঁহি মাৰিলে নাৰীয়ে। "মোৰ ভুল নহয়। ভুল নকৰাৰ শক্তি মই আহৰণ কৰিছোঁ আৰু আহৰণ কৰিছোঁ তোমাৰ কাৰণেই। কৈছোৱেই নহয়, তোমাৰ মোহ ভঙ্গ হোৱাৰ পিচত তুমি উপলব্ধি কৰিবা তুমি কোন আৰু মই তোমাৰ কি হওঁ—।"

"তাৰ আগতে কোৱা—তুমি কোন? তুমি নিশ্চয় ছলনাময়ী নাৰী, নহলে তুমি মোক কিয় এনেদৰে ক'বা।"

"মই ছলনাময়ী নহওঁ। কিয় তোমাক এইবোৰ কথা ক'বলৈ বাধ্য হৈছো তোমাক ক'ম। আৰু ইয়াকো ক'ম, প্ৰকৃততে তুমি কোন—"

"কোৱা"

"ইয়াত নহয়। ক'ম মোৰ অন্তেষপুৰত, উপযুক্ত পৰিবেশত, সঙ্গোপনে।...ব'লা, আমি এতিয়া ভিতৰলৈ যাওঁ, আহা!"

দোধোৰ-মোধোৰ অৱস্থাত পৰি বিজয় কিছু সময় স্তব্ধ হৈ থাকিল। ভিতৰলৈ গলে যে তেওঁৰ বিপদ নঘটিব কোনে ক'ব পাৰিব। এই ছলনাময়ী নাৰীয়ে হয়তো যি কোনো ছলনা আৰু শঠতাৰ আশ্ৰয় ল'ব। পৰামৰ্শ বিচাৰিবলৈও কাষত এতিয়া ৰণবীৰ দদাইদেউ নাই। কি কৰিব, কি নকৰিব! যাব নে নেযায়!

কিন্তু বেছি সময় ভাবিবলৈ সময় নেপালে বিজয়ে। তাৰ আগতে অপৰূপ ভঙ্গীৰে নাৰীয়ে বিজয়ৰ হাতখনত ধৰিলে। বিজয় ৰোমাঞ্চিত হৈ পৰিল। এটা বিদ্যুতৰ সোঁত যেন গোটেই শৰীৰেদি বৈ গ'ল।

"আহা—"

ৰহস্যময়ী নাৰীৰ চঞ্চল খোজৰ পিচে পিচে বিক্ৰম সিংৰ সুপুত্ৰ আৰু ৰণবীৰ সিংৰ যত্নত লালিত-পালিত হোৱা এসময়ৰ দুঃসাহসী, সুশিক্ষিত, সুন্দৰ আৰু সুঠাম শৰীৰৰ ভৰ যৌৱনৰ ডেকা বিজয় সিং ৰহস্যপুৰীৰ অন্তেষপুৰত প্ৰৱেশ কৰিলে।

মাৰ্জিত ৰুচিৰে সজ্জিত কোঠাটোত সোমাই বিজয় আচৰিত হৈ পৰিল। কোঠাটোৰ সন্মুখত থকা পৰ্দাখন ধুনীয়া আৰু দামী যেন লাগে। কোঠাৰ ভিতৰত থকা কাপোৰ কানিবোৰো পৰিষ্কাৰ-পৰিচ্ছন্ন। আধুনিকতাৰ পোহৰ নপৰা অগম্য আৰু নিষিদ্ধ দ্বীপৰ এই নিৰ্জন পুৰীৰ মাজত এনে সাজসজ্জা দেখি বিজয় আচৰিত নহৈ নোৱাৰিলে। কোঠাটোত সোমায়েই বিজয় বেছি আচৰিত হ'ল যেতিয়া তেওঁ এটা সুন্দৰ গোন্ধৰ ঘ্ৰাণ পালে। এই গোন্ধ যেন তেওঁ ক'ৰবাত পাইছিল। লগে লগে বিজয় আৰু বেছি কৌতুহলী আৰু উত্তেজিত হৈ পৰিল। ৰহস্যৰ মেৰ জালত বিজয় যেন লাহে লাহে সোমাই পৰিছে। এই ৰহস্যময়ী নাৰী কোন? প্ৰকৃততে তেওঁ অধিষ্ঠাত্ৰী দেৱী নে মানৱী? যদি সঁচাকৈয়েই তেওঁ এই মৰ্ত্ত্যৰে মানৱী হয়, তেন্তে নিজকে কিয় ৰহস্যাবৃত কৰি ৰাখিছে? নিশ্চয় সামান্য মানৱী নহয়। হোৱা হ'লে নিশ্চিত মৃত্যুৰ মুখৰ পৰা বিজয়ক কেনেকৈ ঘূৰাই আনিলে? আৰু অপৰাধী বিধুনৰ মৃত্যুও ঘটুৱাব নোৱাৰিলেহেঁতেন। যেয়েই নহওঁক এই নাৰী, তেওঁ ইমান আন্তৰিকতাৰে বিজয়ৰ নিচিনা অচিনাকি মানুহ এটাক আপোন ব্যৱহাৰ কৰাৰ কাৰণ কি? প্ৰতিটো কথাই সাঁথৰৰ নিচিনা দুৰ্বোধ্য অথচ গম্ভীৰতা সনা। প্ৰতিটো আচৰণতে নাৰীৰ অস্বাভাৱিক ব্যৱহাৰ। কোন এই নাৰী?

হঠাৎকৈ বিজয়ৰ মগজুৰ স্নায়ুত এটা যেন বিদ্যুৎ প্ৰৱাহ বৈ গ'ল।

তেন্তে—তেন্তে···বিজয় এহাতে উত্তেজিত আৰু আনহাতে আনন্দত উৎফুল্ল হৈ পৰিল।

"কি ভাবিছা তুমি ?"

এই আচম্বিত প্ৰশ্নত বিজয় চক্ খাই উঠিল। তেওঁ দেখিলে খোজত পদুম ফুলাই ৰহস্যময়ী সোমাই আহিছে। খোজ ধীৰ-স্থিৰ কিন্তু ছন্দোবদ্ধ। বিজয়ৰ নিচেই কাষতে নাৰী থিয় হ'ল।

উত্তেজিত আৰু শিহৰিত হৈ পৰিল বিজয়। নিজক সংযত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰি তেওঁ ক'লে—"ভাবিছো, এই নিৰ্জন আৰু সভ্যতাৰ পোহৰ নপৰা দ্বীপৰ মাজত এই আধুনিকতা আহিল ক'ৰপৰা ?"

বস্ত্ৰৰ পাতল আৱৰণৰ মাজতো নাৰীয়ে মধুৰভাৱে হাঁহিলে। "ক'ৰপৰা আহিল সেইবোৰ জানিবলৈ ইচ্ছা নকৰিবা। তুমি মাত্ৰ এইটোকে জানি লোৱা এই সকলোবোৰ তোমাৰ কাৰণেই। তোমাৰ কাৰণেই মই সজাই থৈছো তুমি আহিবা বুলি। মোৰ সাধনা নিস্ফল হোৱা নাই। তুমি আহিলা।"

"মই কিন্তু এতিয়ালৈকে বুজা নাই, মোক কি কাৰণে ইমান আদৰ-সাদৰ কৰিছা। এই কথা মই যিমানেই ভাবিছো, সিমানেই বেছি আচৰিত হৈছো।"

"ক'ম—অধৈৰ্য্য নহবা।"

ঠিক তেনেকুৱা সময়তেই এজনী পৰিচাৰিকাই এহাতে এখন শিলৰ থালত কেইটামান ডাঙৰ ফল আৰু আনখন হাতত এটা মাটিৰ গিলাচত পানী লৈ আহিল। তাৰে এবিধ ফল চিনাকি ; ডাঙৰ আকাৰৰ কল আৰু আনবিলাক ফল আপেলৰ নিচিনা। কিন্তু আপেলতকৈ বেছ ডাঙৰ। গিলাচৰ পানীখিনি ৰঙচুৱা। অগম্য দ্বীপৰ মাজত এনে ডাঙৰ আৰু ৰসাল ফল দেখি বিজয় আচৰিত হোৱা উচিত আছিল কিন্তু নহ'ল। কাৰণ আচৰিত হোৱাৰ সীমা তেওঁ ইতিমধ্যে পাৰ হৈছে। বৰং থালত সুন্দৰকৈ সজাই অনা ফলকিটা দেখি তেওঁৰ ভোক যেন উথলি উঠিল।

পৰিচাৰিকাজনীৰ হাতৰ পৰা থালখন আৰু গিলাচটো লৈ সম্মুখত

থকা মেজসদৃশ শিলৰ ওখ আধাৰ এখনত থৈ নাৰীয়ে ক'লে—'মই, তোমাৰ ওচৰত ডাঙৰ অপৰাধ কৰিছো। তোমাৰ ভোক-পিয়াহৰ কথা একেবাৰে পাহৰি গৈছিলো। তোমাক পোৱাৰ আনন্দত মই তোমাৰ ভোক পিয়াহৰ কথা একেবাৰে পাহৰিছিলো। খোৱা, পলম নকৰিবা। আৰু লাগে যদি দিম।"

বিজয়ৰ ইমানবোৰ কথা শুনাৰ ধৈৰ্য্য নাছিল। তেওঁ খাবলৈ আৰম্ভ কৰিলে। আহ! ইমান সুমিষ্ট আৰু ৰসাল ফল বিজয়ে আগতে কেতিয়াও খোৱা নাছিল। কি সোৱাদ! নাৰীৰ প্ৰতি বিজয়ে এটা কৃতজ্ঞতাৰ ভাৱ অনুভৱ কৰিলে। তেওঁ ভোকত ইমান খৰকৈ খাইছিল যে তাকে দেখি নাৰীয়ে এটা স্নেহৰ দৃষ্টিৰে বিজয়লৈ চালে।

"আৰু খাবা?"

"ওহোঁ—নেলাগে।"

"পানীখিনি খোৱা।"

"এইয়া কি পানী?"

"এবিধ বিশেষ ধৰণৰ আঙুৰৰ ৰস। পিয়াহ গুচিব আৰু তোমাৰ গা-মন দুয়োটাই ভাল লাগিব।"

কোনোধৰণৰ দ্বিধা নকৰি গিলাচৰ পানীখিনি বিজয়ে খাবলৈ ধৰিলে। পিয়াহৰ হুতাশ যেন লাহে লাহে নাইকিয়া হৈ আহিবলৈ ধৰিলে। শৰীৰটো সজীৱ আৰু প্ৰাণচঞ্চল হোৱা যেন অনুভৱ কৰিলে। মনটোও উৎফুল্ল হৈ পৰিল। অৱশেষে সাৱধানেৰে বিজয়ে নিজক সংযত কৰিলে।

বিজয়ে সুধিলে—"এতিয়া বোধকৰো মোৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিবা।"

লগে লগে ষোড়শী পাট-গাভৰুৰ দৰে নাৰীয়ে কৈ উঠিল, "কিন্তু তাৰ আগতে কোৱা তুমি মোক কিয় মোৰ নাম ধৰি নেমাতা?…"

"তোমাৰ নাম মই নেজানো।"

"তুমি মোৰ নাম নেজানা? এনেকুৱা আচৰিত কথা মই কেনেকৈ

বিশ্বাস কৰিম ? মোৰ নাম তুমি কেনেকৈ পাহৰি যাবা ? তোমাৰ মন এতিয়াও কিয় ইমান সঙ্কুচিত ?"

"সঙ্কুচিত হবলৈ বাধ্য কৰিছে এই অভাৱনীয় পৰিস্থিতিয়ে। তোমাৰ এনেকুৱা ৰহস্যময় ব্যৱহাৰ মোৰ অকনো বোধগম্য হোৱা নাই। তুমি এই ৰহস্যৰ জালৰ পৰা নিজক মুক্ত কৰা।"

অভিমান-ক্ষুব্ধ কণ্ঠেৰে নাৰীয়ে ক'লে—"তোমাৰ সেই অভিমান আজিও নগ'ল। অতীতৰ ভুলৰ কথা মই তোমাৰ আগত স্বীকাৰ কৰিছো। তোমাৰ ওচৰত ক্ষমা বিচাৰিছো। মোৰ অন্তৰত পুঞ্জীভূত হৈ থকা সকলো খং আৰু অভিমান জলাঞ্জলি দিছো তোমাৰ কাৰণেই।"

এটা আশ্চৰ্য্যৰ দৃষ্টিৰে অৱগুণ্ঠিতা ৰহস্যময়ী নাৰীৰ মুখখন চাবলৈ বিজয়ে চেষ্টা কৰিলে। এটা গম্ভীৰ স্বৰত নাৰীয়ে আকৌ ক'বলৈ ধৰিলে—"আজি অনন্ত কাল ধৰি আকুল প্ৰতীক্ষাৰে তোমাৰ কাৰণেই মই এই নিৰ্জন পুৰীত বাট চাই বহি আছিলো। তথাপিও তোমাৰ খং মাৰ নগ'ল। তুমি ইমান অভিমানী। এবাৰো তুমি মোক সম্বোধন কৰি মাতিব নোৱাৰা।"—নাৰী বৈ গ'ল। তেওঁৰ অভিমান ভৰা কণ্ঠস্বৰ যেন খোকাথুকি হৈ পৰিছে।

বিজয়ে আকৌ এবাৰ তেওঁৰ মুখলৈ চাবলৈ চেষ্টা কৰিলে। কিন্তু পাতল সেউজীয়া আৱৰণৰ অন্তৰালত থকা নাৰীৰ মুখখন তেওঁ স্পষ্টভাৱে ঠাৱৰ কৰিব নোৱাৰিলে। তেওঁ ক'লে—'তুমি কি কৈছা, মই এতিয়াও বুজা নাই। আৰু তুমি কোৱা কথাবোৰ মই একো নুবুজিলেও মই আকৌ কওঁ তুমি মোৰ দেৱী। তোমাৰ নাম জনা হ'লেও মই তোমাক সম্বোধন কৰি নেমাতিলোহেঁতেন। কাৰণ মই হৈছো এই মৰ্ত্ত্যৰ সাধাৰণ মানুহ আৰু তুমি···"

বিজয়ৰ কথা শেষ নহ'ল। তাৰ আগতেই কণ্ঠত কঠোৰতা সানি নাৰীয়ে চিঞৰি উঠিল—"ময়ো স্বৰ্গৰ দেৱী নহওঁ। এই মৰ্ত্ত্যৰে মানুহ—।" নাৰীৰ বিক্ষুব্ধ কণ্ঠস্বৰত ঘৰটো বজন-জনাই গ'ল।

বিজয় সচকিত হৈ উঠিল। আৱৰণৰ মাজত ঢাক খাই থকা এগৰাকী নাৰীৰ ব্যক্তিত্ব আৰু অসাধাৰণ শক্তিমত্তাৰ পৰিচয় যেন তেওঁৰ কণ্ঠস্বৰে বহন কৰি আনিছে। এই নাৰী যদি মৰ্ত্ত্যৰে মানৱী তেন্তে কিয় এনেদৰে নিজকে ৰহস্যাবৃত কৰি ৰাখিছে ?

নাৰীয়ে আকৌ একেটা সুৰতেই ক'লে—"কিন্তু মনত ৰাখিবা, মই যদিও এই মৰ্ত্ত্যৰে সামান্য নাৰী, মোৰ শক্তি অনন্ত আৰু অসীম। মোৰ শৰীৰত অলৌকিক শক্তি আছে বুলি সকলোৱে জানে। এই শক্তি মই আহৰণ কৰিছো কঠোৰ তপস্যাৰ মাজেদি। আহৰণ কৰিছো একমাত্ৰ তোমাৰ কাৰণেই, তোমাক পাবৰ কাৰণেই। তোমাক পালো কিন্তু···।"

বিজয়ৰ হাঁহি উঠিল। হাঁহি উঠিল নাৰীৰ এই গৰ্ব আৰু অহঙ্কাৰ দেখি। দুঃসাহসী বিজয়ৰ অহংবোধ জাগ্ৰত হৈ উঠিল।

"তুমি যদি ইমানেই অলৌকিক শক্তিধাৰিণী, তেন্তে নিজৰ চাৰিও-ফালে কিয় এখন ৰহস্যৰ প্ৰাচীৰ সৃষ্টি কৰি থৈছা ? তোমাৰ শৰীৰ কিয় বস্ত্ৰাবৃতা কৰি ৰাখিছা ?"

এটা পুতৌৰ হাঁহিৰে নাৰীয়ে ক'লে—"কাৰণ আছে। যেতিয়া সময় আহিব তেতিয়া ক'ম।"

"নিজক তুমি দেৱী বুলিও স্বীকাৰ নকৰা। অথচ মৰ্ত্ত্যৰ নাৰী বুলি পৰিচয় দিও নিজকে ৰহস্যৰ মাজত সুমুৱাই ৰাখিছা। তোমাৰ বিনয়ৰ মাজেৰে তোমাৰ গৰ্ব আৰু অহঙ্কাৰ বেছিকৈ প্ৰকাশ পাইছে।"

"তোমাৰ ভাষাত বেছিকৈ কঠোৰতা প্ৰকাশ পোৱা যায়নে ?"

"তাৰ বাবে ক্ষমা বিচাৰিছো। কিন্তু তুমি যে অলৌকিক শক্তিৰ অধিকাৰিণী মোৰ ভাবিবৰ মন যোৱা নাই।"

বিজয় সামান্য উত্তেজিত হৈ পৰিছিল। তেওঁৰ কথা শেষ নৌহওঁতেই ৰহস্যময়ী নাৰীয়ে খিল্‌খিলকৈ হাঁহি তেওঁ বহা আসনৰ পৰা বাগৰি পৰাৰ দৰে হ'ল। সেই হাঁহি ইমান উচ্ছল যে বিজয়ৰ অন্তৰখন কঁপিবলৈ ধৰিলে।

"তোমাৰ খং উঠা দেখি মোৰ খুব ভাল লাগিছে। খং উঠিলে তোমাক বৰ সুন্দৰ দেখি।"

"কথাৰে মোক ভুলাব নোৱাৰিবা নাৰী।"

"কথাৰে তোমাক ভুলাব খোজা নাই। মোৰ অলৌকিক শক্তিৰ বিষয়ে তোমাৰ আগত অহংকাৰ কৰা নাই। তোমাৰ আগত অহংকাৰ কৰিব নেপায়। কিন্তু তোমাক মই মৃত্যুৰ মুখৰপৰা ঘূৰাই আনিছো। তীব্ৰ বিষক্ৰিয়াত তোমাৰ প্ৰায় মৃত্যু ঘটিছিল।"

"সেইয়া তোমাৰ শক্তিৰ পৰিচয় নহয়। তোমাৰ ঔষধৰ গুণ।"

"সকলোৰে সন্মুখত মই বিথুনক মৃত্যুদণ্ড দিছো। মোৰ চকুৰ এটা মাত্ৰ সামান্য দৃষ্টিত সি কঁপি কঁপি মৰি গৈছিল।"

"সেইয়াও খুব অসাধাৰণ কথা নহয়। সামান্য অধিবাসী মানুহ এটাৰ তোমাৰ প্ৰতি থকা বদ্ধমূল কুসংস্কাৰেই তাৰ মৃত্যুৰ কাৰণ।"

নাৰীৰ ওঁঠত এটা ক্ষীণ হাঁহি বিৰিঙি উঠিল। সেয়া বোধকৰো পুতৌৰ হাঁহি। তথাপিও তেওঁ ক'লে—

"তোমাৰ যুক্তি মই এই মুহূৰ্ত্তৰ কাৰণে মানি ল'লো। কিন্তু তুমিও মোৰ এটা কথা মানিব লাগিব।"

"কি?"

"তুমি মোক মোৰ নামেৰে মাতিব লাগিব।"

"মই আগতেই কৈছো—তুমি যিয়েই নোহোৱা, তুমি মোৰ জীৱন দিছা বুলি তুমি নিজেই স্বীকাৰ কৰিছা। তুমি মোৰ জীৱনদাতৃ দেৱী।"

"তুমি তোমাৰ নাৰীক নাম কাঢ়ি মাতিবা, ইয়াত আপত্তি কৰিবলগীয়া কাৰণ কি থাকিব পাৰে?"

"মোৰ নাৰী?"

"ওঁ ময়েইতো তোমাৰ নাৰী।"

ৰহস্যময়ীয়ে সৃষ্টি কৰা মধুৰ পৰিবেশ নিঃশেষ হৈ যোৱাৰ উপক্ৰম হ'ল, যেতিয়া বিজয়ে লগে লগে উত্তৰ দিলে—

"ওঁহো, তুমি মোৰ নাৰী নোহোৱা। কেনেকৈ হ'বা? তুমি আমাৰ দেৱী। মোৰ নাৰী বিলালি—"

"আকৌ বিলালি!" কঠোৰ স্বৰত নাৰীয়ে শব্দ দুটা উচ্চাৰণ কৰিলে যদিও লগে লগে তেওঁৰ স্বৰ তললৈ নামি আহিল।

"অৱশ্যে ইয়াৰ বাবে তুমি দোষী নোহোৱা। তুমি এতিয়াও সংস্কাৰমুক্ত হব পৰা নাই। তোমাৰ প্ৰকৃত পৰিচয় পাহৰি তুমি এতিয়াও এইটো জীৱনৰ মায়াৰ অঞ্জন তোমাৰ চকুত সানি থৈছা।"

"এইটো জীৱনৰ মায়াৰ অঞ্জন? ইয়াৰ অৰ্থ?"

"ইয়াৰ অৰ্থ তুমি লাহে লাহে গম পাবা। কিন্তু বিলালিৰ কথা তুমি মোৰ আগত নকবা। বিলালিক তুমি পাহৰিব লাগিব।"

"অসম্ভৱ! বিলালি মোৰ যৌৱনৰ সহচৰী, মোৰ নাৰী। তেওঁক পাহৰা মোৰ পক্ষে অসম্ভৱ। কিন্তু কিহৰ কাৰণে তুমি বিলালিক পাহৰিবলৈ কৈছা?"

"তোমাৰ আৰু মোৰ দুয়োৰে কাৰণে। দুয়োৰে ভালৰ কাৰণেই দুজনী নাৰী কেতিয়াও একেলগে জীয়াই থাকিব নোৱাৰিব। এজনী আঁতৰি যাবই লাগিব।"

অতৰ্কিতে বিজয়ৰ মুখৰ পৰা ওলাই আহিল—"তুমিয়েই যদি আঁতৰি যোৱা।"

আচম্বিতে বেত্ৰাঘাতত সচকিত হোৱাৰ দৰে নাৰীও যেন হতভম্ব হৈ পৰিল।

"কি? কি ক'লা তুমি? তুমি মোৰেই মৃত্যু বাঞ্ছা কৰা?"

মনে মনে বিজয়ো খুব লজ্জিত হৈছিল। তেওঁ তললৈ মূৰ কৰি থাকিল। নাৰীয়ে আকৌ এটা হুমুনিয়াহ কাঢ়ি ক'লে—"মই তোমাৰ মুখৰ পৰা এনেকুৱা নিষ্ঠুৰ কথা শুনিবলৈ প্ৰস্তুত নাছিলো। যুগ-যুগান্তৰ তোমাৰ কাৰণে তপস্যা কৰাৰ পুৰস্কাৰ যদি এয়েই হয় তেন্তে মোৰ মৃত্যুৱেই ইয়াতকৈ শতগুণে শ্ৰেয়।"

নাৰী ক্ষন্তেক নিস্তব্ধ। আকৌ এটা কৰুণ স্বৰ তেওঁৰ কণ্ঠৰপৰা

উচ্চাৰিত হ'ল—"কিন্তু বিচাৰিলেও যে মোৰ কাৰণে মৃত্যু ইমান সহজ নহয়। বিচাৰিলেও মোৰ ওচৰলৈ কোনো দিনেই মৃত্যু আহিব নোৱাৰে। মই মৃত্যুক জয় কৰিছো..."

বিজয়ে অবাক বিস্ময়েৰে ৰহস্যময়ী নাৰীলৈ চালে।

"মৃত্যুক জয় কৰিছা? কিন্তু কেনেকৈ? কিয়?"

"কেৱল মৃত্যুকেই মই জয় কৰা নাই। অনন্তকালৰ বাবে মই জৰা আৰু ব্যাধি জয় কৰিছো। মোৰ যৌৱন অনন্ত আৰু মোৰ আয়ুস অসীম। মই আয়ুষ্মতী। তুমি ক'ব পাৰা—'পশ্য দেৱস্য কাবাম, ন মমাৰ ন জীৰ্যতি'।"

ৰহস্যময়ী নাৰীৰ কথা শেষ হবলৈ নৌ পাওঁতেই উত্তেজিত হৈ পৰা বিজয়ে অসতর্ক মুহূর্ত্তত চিঞৰি দিলে—"তেন্তে মোৰ সন্দেহ অকণো ভুল হোৱা নাই। তুমিয়েই সেই নাৰী।"

"ঠিক ধৰিছা, ময়েই সেই নাৰী; যাক বিচাৰি তুমি সুদূৰ ভাৰত-ভূমিৰ পৰা বিপদ-বিঘিনি অতিক্রম কৰি ইয়ালৈ আহিছা।"

"কিয় আহিছো মই ইয়ালৈ তুমি জানা?"

"জানো।"

"কি জানা?"

"কাৰণ তুমি মোৰ স্বামী।"

"স্বামী? মিছা কথা। এতিয়ালৈকে মোৰ কোনো স্ত্ৰী নাই। মোৰ স্ত্ৰী হ'ব বিলালি।"

অত্যন্ত কঠোৰ স্বৰত এইবাৰ নাৰীয়ে চিঞৰি উঠিল—

"বিলালি! বিলালি!! তোমাক মই বাৰে বাৰে কৈছো সেই নাম অন্তৰৰ পৰা নিশ্চিহ্ন কৰি দিয়া। তথাপিও তুমি মোৰ কথা শুনা।"

"ময়ো তোমাক বাৰে বাৰে কৈছো নাৰী। বিলালিৰ বাহিৰে মোৰ অন্তৰত অন্য কোনো নাম নাই। সেই নাম নিশ্চিহ্ন কৰিবলৈ তুমি মোক অনুৰোধ নকৰিবা।"

এইবাৰ নাৰী মনে মনে থাকিল। তেওঁ যেন কিবা এটা ভাবিলে। তাৰ পিচত ক'লে—তুমি বিলালিক চাবলৈ ইচ্ছা কৰা ?"

এনে আচম্বিত প্ৰশ্নত বিজয় কিছু সময় হুতবাক হৈ পৰিল। কোনে জানে এই ছলনাময়ী নাৰীৰ এইটো কিহৰ ছলনা ? তথাপিও উত্তেজনাত বিজয় নাচি উঠিল—"সঁচাকৈয়েই তুমি দেখুৱাবা দেৱী ? সঁচাকৈয়েই যদি তোমাৰ অলৌকিক শক্তি আছে তেন্তে এতিয়াই তুমি দেখুওৱা মোৰ বিলালিক।"

ইয়াৰ উত্তৰত নাৰীয়ে একো নেমাতিলে ! ক্ষন্তেক সময় মৌন হৈ থাকিল। তাৰপিচত হঠাৎ ওপৰা ওপৰিকৈ তিনিবাৰ হাত চাপৰি বজালে। প্ৰায় লগে লগে বাহিৰত এটা গৰ্জন শুনা গ'ল। এই গৰ্জনত বিজয়ৰ সাহসী মনো কঁপি উঠিল।

কেই চেকেণ্ডমানৰ ভিতৰতেই সেই বিৰাট বাঘটো কোঠাত প্ৰবেশ কৰি নাৰীৰ কাষত থিয় হ'ল। বাঘটো দেখাৰ লগে লগে বিজয়ে অন্তৰত এটা তীব্ৰ শিহৰণ অনুভৱ কৰিলে। সেইটো বাঘেই, যাক পাহাৰৰ নামনিত সিদিনা দেখিছিল, যাৰ পিচে পিচে তেওঁ অনুসৰণ কৰি গৈছিল আৰু যি সেই অন্তহীন শূন্যতাৰ মাজত হেৰাই গৈছিল। বাঘটো আৰু তাৰ ডিঙিত চিক্‌মিকাই থকা সোণৰ হাৰ আৰু লকেটটোলৈ অবাক হৈ চাই থকা বিজয়ক দেখি নাৰীয়ে বৰ আমোদ পালে।

"আচৰিত হৈছা ? এৰা, এইটো বাঘেই—যাক খেদি খেদি তুমি পাহাৰৰ সুৰঙ্গত প্ৰৱেশ কৰিছিলা।"

"কিন্তু ইয়ালৈ কেনেকৈ আহিল ?"

"কাৰণ ই মোৰ নিজা বাঘ।" —বিজয়ৰ মনলৈ যেন সামান্য সাহস আহিল।

"বাঘটোৰ ডিঙিত সোণৰ হাৰডাল তুমিয়েই পিন্ধাই দিছা—"

'ময়েই পিন্ধাই দিছো। অকল সোণৰ হাৰডালেই নহয়; এইটো চোৱা, ইয়াত মোৰ প্ৰতীক চিহ্নও আছে।"

নাৰীয়ে বাঘটোৰ ডিঙিত হাত বুলাই হাৰৰ লকেটটো বিজয়ক

দেখুৱালে। বিজয়ে আচৰিত হৈ দেখিলে তাত এগৰাকী বস্ত্ৰাবৃতা নাৰীৰ মুখ-ছবি আছে। ইয়াৰ পিচৰটো মুহূৰ্ত্ত বিজয়ৰ কাৰণে চৰম আশ্চৰ্য্যৰ সময়। প্ৰতিটো মুহূৰ্ত্ত পাৰ হৈ গৈ থকাৰ লগে লগে বিজয়ো ৰহস্যৰ মাজত সোমাই যাবলৈ ধৰিছে।

ৰহস্যময়ী নাৰীয়ে যেতিয়া লকেটটোৰ ইটো দিশ বিজয়ক লুটিয়াই দেখুৱালে তেওঁৰ কণ্ঠৰপৰা মাত্ৰ এটা অস্ফুট ধ্বনি উচ্চাৰিত হ'ল। বাঘৰ ডিঙিৰ হাৰডালত থকা লকেটটোৰ ইটো দিশত বিজয়ৰ প্ৰতিচ্ছবি।

বহুত সময়লৈকে বিজয় বাক্‌ৰুদ্ধ হৈ থাকিল। ই কেনেকৈ সম্ভৱ হ'ল? তেওঁৰ প্ৰতিচ্ছবি এই নাৰীয়ে পালে কেনেকৈ? এটা ঘন-ঘোৰ ৰহস্যৰ পঙ্কত লাহে লাহে তেওঁ নিমজ্জিত হৈ যাবলৈ ধৰিলে।

ৰহস্যময়ীয়ে বিজয়ৰ মনৰ প্ৰতিক্ৰিয়া মনোযোগেৰে লক্ষ্য কৰি আছিল। তেওঁ মধুৰ কণ্ঠেৰে ক'লে—"তোমাৰ কাৰণে যে মই অনন্তকাল ধৰি অপেক্ষা কৰি আছিলো তাৰ প্ৰমাণ নিশ্চয় তুমি এতিয়া পালা।"

"কিন্তু—কিন্তু—মোৰ নিচিনা⋯" নাৰীয়ে বিজয়ক কথা শেষ কৰিবলৈ সুযোগ নিদিলে।

"তোমাক সোণৰ হাৰডাল দেখুৱাবলৈকে বাঘটোক ইয়ালৈ আনিছো বুলি নেভাবিবা। ইয়াক মই আদেশ দিবলৈহে মাতিছো।"

"আদেশ ??"

"ইয়াক মই আদেশ দিয়াৰ লগে লগে ই কুমৰাণৰ জীয়েক বিলালিৰ ওচৰলৈ যাব আৰু⋯"

"আৰু ?"

"ভয় নকৰিবা, তোমাৰ মুখত এটা আশঙ্কাৰ ছাঁ পৰিছে। ই বিলালিৰ কোনো ক্ষতি নকৰে। মাত্ৰ বিলালিক ইয়ালৈ লৈ আনিব। মোৰ বাঘটো দেখাৰ লগে লগে তাই ইয়ালৈ আহিবলৈ বাধ্য। কালিলৈ দুপৰীয়াৰ ভিতৰতে বিলালি আহি এইখিনি পাবহি।"

ইয়াৰ পিচত নাৰীয়ে বাঘটোৰ কাণৰ কাষত এটা সম্পূৰ্ণ অবোধ্য

ভাষাত কিবা কিবি কলে। তাৰপিচত তাৰ ঘন নোমেৰে ঢকা ক'লা-হালধীয়া পিঠিত থপৰিয়াই দিলে। বাঘটোৱে লাহে লাহে গাটো জোকাৰিলে আৰু নাৰীৰ ভৰিছুখনত মূৰটো ঘহঁাই এটা হুঙ্কাৰেৰে ওলাই গ'ল।

এই অদ্ভুত কাৰ্য্যৰ দৰ্শনত বিজয় তেতিয়া হতবাক হৈ পৰিছিল। অজ্ঞাতে তেৱোঁ থিয় হ'ল আৰু নাৰীলৈ চালে। এই নাৰী যে অলৌকিক শক্তিসম্পন্না তাত কোনো সন্দেহ নাই।

অভিভূত হৈ বিজয়ে ক'লে—"মই বিশ্বাস কৰিছো দেৱী। ইমান-বিলাক দেখাৰ পিচত বিশ্বাস নকৰাৰ কোনো কাৰণ নাই। কিন্তু মোক এটা প্ৰশ্নৰ উত্তৰ দিয়া। বাঘটোৰ ডিঙিলৈ মোৰ প্ৰতিচ্ছবি কেনেকৈ আহিল? মোৰ নিচিনা অচিনাকি মানুহৰ ছবি তুমি কেনেকৈ কল্পনা কৰিলা?"

"তুমিহে কৈছা; কিন্তু মইতো জানো তুমি মোৰ জন্ম-জন্মান্তৰৰ চিনাকি···।"

"মোক আৰু ৰহস্যৰ মাজত নেৰাখিবা দেৱী। তুমি নিজকে উন্মুক্ত কৰা। এই ৰহস্যৰ জাল আঁতৰাই পেলোৱা। মই কেনেকৈ তোমাৰ জন্ম-জন্মান্তৰৰ চিনাকি? ই অসম্ভৱ আৰু অবিশ্বাস্য কথা।"

"অকণো অসম্ভৱ কথা নহয়। তুমি মোৰ পৰমাৰাধ্য মানুহ, মোৰ স্বামী।"

"তোমাৰ স্বামী? ই অসম্ভৱ। তোমাৰ নিশ্চয় ক'ৰবাত ভুল হৈছে নাৰী। মই বিক্ৰম সিঙৰ পুত্ৰ বিজয় সিং।"

একেটা সুৰতে নাৰীয়েও চিঞৰি উঠিল—"মোৰ ভুল হোৱা নাই - মোৰ ভুল নহয়। তাৰ প্ৰমাণ মোৰ বাঘৰ ডিঙিত থকা তোমাৰ প্ৰতিচ্ছবি। আৰু তুমি কেতিয়াও বিজয় সিং নোহোৱা। তোমাৰ বাহ্যিক ·নাম হয়তো বিজয় সিং। কিন্তু মই জানো তোমাৰ নাম কি? মই জানো মোৰ স্বামীৰ নাম কি?"

"কি??"

"বীৰ্য্যবাহন—"

অন্তেষপুৰৰ সুসজ্জিত আৰু সুশোভিত কক্ষত কোমল আৰু নিমজ বিচনাত শুইও বিজয়ৰ টোপনি নাহিল। চিন্তাত ভাৰাক্ৰান্ত হোৱা মন এটাৰে গোটেই ৰাতি ছটফটাই কটালে।

বিচনাত পৰাৰ আগতে অৱশ্যে দদাইদেউ ৰণবীৰ সিঙক লগ পোৱাৰ তেওঁৰ সুযোগ ঘটিছিল। কিন্তু তেৱোঁ এই ৰহস্যটোৰ ওপৰত বিশেষ কোনো ৰেখাপাত কৰিব নোৱাৰিলে। বিশেষকৈ ৰহস্যময়ী নাৰীয়ে বিজয়ক তেওঁৰ আদি পুৰুষৰ নামেৰে কিয় নামাকৰণ কৰিলে দুয়ো তাৰ কোনো কাৰণ উলিয়াব নোৱাৰিলে। দুয়ো অৱশ্যে এটা স্থিৰ সিদ্ধান্তত উপনীত হ'ল আৰু সেয়ে হৈছে এই ৰহস্যময়ীয়েই যে সেই আয়ুষ্মতী নাৰী—যি একে বয়স আৰু যৌৱনৰে এই নিৰ্জ্জন, অগম্য আৰু নিষিদ্ধ দ্বীপত বহুকাল ধৰি বাস কৰি আছিছে, হয়তো বহু বছৰ। এই নাৰীয়েই আজিৰ পৰা হেজাৰ বছৰৰ আগতে তেওঁৰ প্ৰেম প্ৰত্যাখ্যান কৰাৰ কাৰণে বিজয়ৰ আদিপুৰুষ বীৰ্য্যবাহনক যে হত্যা কৰিছিল তাত সন্দেহ নাই যেন লাগিল। কিন্তু এই নাৰীয়ে বিজয়কেই কিয় বীৰ্য্যবাহন বুলি সম্বোধন কৰিছে, ই ৰণবীৰ আৰু বিজয় দুয়োৰে কাৰণে সাঁথৰ হৈ পৰিছে। আজিৰ বিজয় সিং এহেজাৰ বছৰৰ আগৰ বীৰ্য্যবাহন কেনেকৈ হ'ব পাৰে? আৰু এটা আচৰিত কথা, বাঘৰ ডিঙিত ওলমি থকা সোণৰ হাৰৰ লকেটটোত কেনেকৈ বিজয়ৰ ছবিখন আছিল? কথাষাৰ শুনি দদাইদেউ ৰণবীৰ সিঙো কম আচৰিত হোৱা নাই।

ৰহস্যময়ী আৰু অলৌকিক শক্তিসম্পন্না সেই নাৰীৰ লগত হোৱা দিনটোৰ কথা-বতৰাৰ আদ্যোপান্ত শুনি ৰণবীৰ সিং কিছুসময় মনে মনে থাকিল আৰু শেষত ক'লে—"বিজয় এওঁৱেই সেই নাৰী যাৰ ওপৰত

প্ৰতিশোধ লবলৈ বিপদ-বিঘিনি অতিক্ৰম কৰি ইয়ালৈ আহিছো। কিন্তু এই নাৰীয়েই যে তোক নিশ্চিত মৃত্যুৰ পৰা ঘূৰাই আনিছিল, এই কথা তই স্বীকাৰ নকৰিলেও মই কৰিব লাগিব। গতিকে······।"

"বুজিছো দদাইদেউ, আপোনাৰ মন দুৰ্ব্বল হৈ পৰিছে।"

"মোৰ মন দুৰ্ব্বল হৈ পৰিছে বুলি মই নকওঁ। কিন্তু মানুহ হিচাবে এটা কৃতজ্ঞতাবোধ আৰু সমবেদনাৰ ভাৱ অনুভৱ কৰিছো।"

"সমবেদনা ?"

"মোৰ সমগ্ৰ চিন্তাধাৰাত আউল লাগি গৈছে বিজয়। এই নাৰীৰ অসীম শক্তিৰ কথা যিমানেই ভাবিছো আনহাতে এটা সহানুভূতিও অনুভৱ কৰিছো। কিবা এটা দুখ আৰু বেদনাই যেন তেওঁক খুলি খুলি খাইছে। এই নাৰী এহাতে যিমানেই শক্তিশালিনী আনহাতে তেওঁ সিমান দুৰ্ব্বল।"

"তেনেহলে দদাইদেউ, বিলালিক প্ৰথম লগ পোৱাৰ দিনা জুইৰ কাষত মই আৰু বিলালিয়ে নাচোতে মোৰ দায়িত্ব আৰু কৰ্ত্তব্যৰ বিষয়ে আপুনি যিদৰে সতৰ্ক কৰি দিছিল—ঠিক আজি এই মুহূৰ্ত্তত ময়ো যদি আপোনাক—"

"বিজয় !!"

"আপোনাৰ এনে দুৰ্ব্বল আৰু অধঃপতিত মন হ'ব বুলি মই সপোনতো ভবা নাছিলো।"

"বিজয়। পাহৰি নেযাবি, মই তোৰ দেউতাৰৰ লগৰ। মোৰ অধঃপতন আৰু মোৰ দুৰ্ব্বলতাৰ কথা আজিলৈকে কোনেও ক'ব পৰা নাছিল।"

ঠিক সেই পৰিস্থিতিত নাৰী সোমাই আহিল। তেওঁ তললৈ মুৰ কৰি থকা বিজয়লৈ চালে আৰু খণ্ডত উত্তেজিত হৈ পৰা ৰণবীৰৰ ওচৰলৈ গ'ল।

"বিদেশী বন্ধু ! ক্ষমা কৰিবা। মোৰ স্বামীৰ হৈ ময়েই তোমাৰ ওচৰত ক্ষমা বিচাৰিছো। মোৰ স্বামীয়ে যদি জানিলেহেঁতেন প্ৰকৃততে

তেওঁ কোন, তোমাক কেতিয়াও তেনেকৈ নক'লেহেঁতেন। এই কৃত্রিম জীৱনৰ মায়াজালৰ পৰা তেওঁ এতিয়াও মুক্ত হ'ব পৰা নাই। তুমি তেওঁক ক্ষমা কৰিবা।"

নাৰীৰ মৰমসনা কথাত ৰণবীৰৰ খং বহুখিনি শাম কাটিলে। তেওঁ বিজয়লৈ এটা মৰমৰ দৃষ্টিৰে চাই নাৰীক ক'লে—"পুত্ৰক ক্ষমা কৰাৰ প্ৰশ্ন নুঠে দেৱী। তোমাৰ ৰহস্যজনক আচাৰ-ব্যৱহাৰ আৰু অলৌকিক কাৰ্য্যই আমাক বিতত আৰু হতবুদ্ধি কৰি তুলিছে। এই পৰিবেশত বিজয়ে স্থান, কাল, পাত্ৰ একেবাৰে পাহৰি গৈছে।"

এইকিষাৰ কৈ ৰণবীৰ নাৰীৰ বস্ত্ৰাবৃতা মুখৰ পিনে চালে। নাৰীয়ে একো নেমাতিলে। আকৌ ৰণবীৰে ক'লে—"বিজয়ক তুমি স্বামী বুলি কৈছা। কিন্তু কিহৰ কাৰণে? সেই কথা মোৰ বাবে এতিয়াও বোধগম্য হোৱা নাই। ইয়াৰ কাৰণ কি?······"

এই প্ৰশ্নত নাৰীয়ে আকৌ হাঁহিলে কলকণ্ঠ ধ্বনিৰে। হাঁহি সম্বৰণ কৰি তেওঁ উত্তৰ দিলে—"বিদেশী বন্ধু, ধৈৰ্য্য ধৰা। লাহে লাহে সকলো গম পাবা। কিন্তু এওঁযে মোৰ স্বামী তাত কোনো সন্দেহ নাই। আজি তোমালোকে এওঁক বিজয় সিং বুলি পৰিচয় দিলেও মই জানো প্ৰকৃততে এওঁ কোন। মোৰ বাহিৰে এওঁৰ কথা কোনে জানিব পাৰে!"

"বিজয় যদি নহয় তেনেহলে······"

"কৈছো নহয়, এওঁ মোৰ স্বামী বীৰ্য্যবাহন।"

"বীৰ্য্যবাহন! কি কৈছা তুমি এইবোৰ? বিজয়ৰ আদি পুৰুষৰহে নাম আছিল বীৰ্য্যবাহন। আৰু সেইয়া আছিল আজিৰ পৰা হেজাৰ বছৰৰ আগতে। ···আৰু···আৰু সেই বীৰ্য্যবাহনেই বা তোমাৰ স্বামী কেনেকৈ হব? বিজয়ৰ সেই আদিপুৰুষ বীৰ্য্যবাহনৰ স্ত্ৰীৰ নাম আছিল স্বৰ্ণদেৱী।"

"স্বৰ্ণদেৱী!!"—নাৰীৰ কোমল কণ্ঠ এটা বজ্ৰধ্বনিলৈ ৰূপান্তৰিত হ'ল। সেই কঠোৰতাৰ মাজত ঈৰ্ষা আৰু দ্বেষৰ সুৰ প্ৰকট হৈ পৰিল।

আচৰিত হৈ ৰণবীৰে নাৰীৰ আবৃতা মুখৰ পিনে চালে। বিজয়েও ৰহস্যময়ীলৈ চাইছিল।

গম্ভীৰস্বৰত নাৰীয়ে ক'লে—''বিদেশী বন্ধু! এই বিষয়ে মই এতিয়া কোনো কথা ক'ব নোখোজো। এই মুহূর্ত্তত মাত্র ইয়াকে জানি থোৱা, মোৰ জীৱনত অন্য কোনো নাৰীৰ অস্তিত্ব মই স্বীকাৰ নকৰো; সেই নাৰী স্বৰ্ণদেৱীয়েই হওক বা বিলালিয়েই হওক। কত সাধনা আৰু তপস্যাৰ পিচত মই বীৰ্যাবাহনক ঘূৰাই পাইছো। ইয়াতকৈ ডাঙৰ সত্য এই পৃথিৱীত এতিয়া একোৱেই নাই ··।"

কথাকেইষাৰ কৈয়েই নাৰী সেই কোঠাৰ পৰা দ্রুতপদক্ষেপত নিষ্ক্রান্ত হ'ল।

ৰঁণবীৰ আৰু বিজয় দুয়ো দুয়োৰে মুখলৈ বিস্ময়াভিভূত হৈ চাবলৈ ধৰিলে। অলপ আগতে ৰণবীৰৰ মুখত প্ৰকাশ হোৱা খং এতিয়া লেশ-মানো নাই।

···এই কথাবোৰ চিন্তা কৰি বিজয়ে গোটেই ৰাতি উজাগৰে কটাই দিছিল। ইমান দুশ্চিন্তাৰ পিচতো পিচৰাতি বিজয়ৰ মনটো ভাল লাগি গৈছিল। কাৰণ ইয়ালৈ আজি বিলালি আহিব। মনটো তেওঁৰ উৎফুল্ল হৈ উঠিল। বিলালি অহাৰ পিচত দুয়ো এই অলৌকিক শক্তিধাৰিণী নাৰীৰ আশীৰ্ব্বাদ পাবৰ কাৰণে তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰিব।

···তাৰ পিচত···তাৰ পিচত, ইয়াৰ পৰা গুচি যোৱাৰ আগমুহূৰ্ত্তত কোনোবা এটা সুযোগত অভিনয়ৰ ছলেৰে তেওঁ এই নাৰীক হত্যা কৰি চৰম প্ৰতিশোধ গ্ৰহণ কৰিব। তেহে আদি পিতা বীৰ্য্যবাহনৰ তেজৰ ঋণ শোধ হ'ব। তাৰ আগলৈকে তেওঁৰ আহৰিও নাই—শান্তিও নাই।

দেৱী-ৰূপী নাৰীৰ অন্তেষপুৰৰ ৰাজ্য অতি বিচিত্ৰ। চৌপাশে এটা অপাৰ্থিৱতাৰ ভাব বিৰাজ কৰা স্বত্বেও পৃথিৱীৰ সকলো সুখ আৰু স্বাচ্ছন্দ্য যেন ইয়াত বৰ্ত্তমান। যিটো কোঠাত বিজয়ক থাকিবলৈ দিয়া হৈছে, সেইটো শান্ত আৰু শীতল। তাত সজাই থোৱা শয্যা কোমল আৰু

পৰিপাটী। প্ৰকাণ্ড প্ৰকাণ্ড শিলবিলাক জাপি জাপি এই ঘৰটো তৈয়াৰ কৰা হৈছে। কিন্তু এই গোটেই অন্তেষপুৰটো কেতিয়া আৰু কাৰ দ্বাৰা তৈয়াৰ কৰা হৈছিল, সেইটো ঠাৱৰ কৰা সঁচাকৈয়েই কঠিন আৰু দুৰূহ কাম।

…শেষ ৰাতিও টোপনি অহাৰ কোনো আশা নেদেখি বিজয় তেওঁৰ কোঠাৰ পৰা ওলাই আহিল। তেতিয়াও বাহিৰত প্ৰায় অন্ধকাৰ হৈ আছিল। এটা মাত্ৰ ক্ষীণ পোহৰৰ আভাস। হঠাতে বিজয়ৰ এই নিস্তব্ধ পুৰীটো চাবলৈ বৰ আগ্ৰহ হ'ল। ক্ষীণ পোহৰত তেওঁ দেখিলে প্ৰশস্ত শিলৰ বাৰান্দা। আহল-বহল পৰিচ্ছন্ন শিলৰেই চোতাল। আশে-পাশে কিছুমান গছ-গছনি আৰু অনতিদূৰত দুটা মধ্যম আকৃতিৰ ঘৰ। তেওঁ সেই ঘৰ দুটাৰ পিনে গ'ল। তাৰে এটা বেছ ভাল ধৰণে সজাই থোৱা ঘৰত কেইখনমান কাঠৰ আসন থোৱা আছে। ভালকৈ চাবৰ কাৰণে ঘৰটোৰ ভিতৰত সোমোৱাৰ লগে লগে তেওঁ যি দেখিলে তাত তেওঁ ৰোমাঞ্চিত আৰু আতঙ্কিত নহৈ নোৱাৰিলে। ঘৰটোৰ একাষে কিছুমান সৰু আৰু ডাঙৰ জন্তুৰ জঁকা পৰি আছে। তাৰ ভিতৰত এটা বিৰাট আকাৰৰ আৰু দীঘল জঁকা দেখি বিজয় খুব আচৰিত হ'ল। এইটো নিশ্চয় মাটিত বগাই যোৱা জন্তু। কিন্তু ইমান ডাঙৰ জন্তু আৰু অন্যান্য জন্তুৰ জঁকাবোৰ ইয়ালৈ কোনে আৰু কিয় আনিলে বিজয়ে ভাবি একো উৱাদিহ নেপালে। বাৰে বাৰে মাথো প্ৰশ্নৰ উদয় হ'ল এই ঘৰটো কিহৰ কাৰণে ব্যৱহাৰ কৰা হয়? কাষৰ সিটো ঘৰত সোমোৱাৰ সৌভাগ্য ইতিমধ্যে বিজয়ৰ হৈছে। কাৰণ ওখ দৌলসদৃশ সেই ঘৰতেই ওখ সিংহাসনত দেৱীৰূপা নাৰী বহি থকা বিজয়ে দেখিছিল। আহল-বহল চকচকীয়া মজিয়াখনত ওখ সিংহাসনখনৰ বাহিৰে অন্য বস্তু একো নাই।

এই সমগ্ৰ অন্তেষপুৰীত মাত্ৰ তিনিটা ঘৰহে বিজয়ৰ চকুত পৰিছে। এটাত বিজয়ক থাকিবলৈ দিয়া হৈছে।…তেন্তে এই নাৰী থাকে ক'ত? ৰাতি শোৱে ক'ত? নিশ্চয় ক'ৰবাত অন্য ঘৰ আছে, য'ত নাৰীৰ সাজ-

পোচাক আৰু শয্যা আছে। কিন্তু সেই ঘৰ ক'ত? সেই ঘৰ বিচাৰি উলিয়াবই লাগিব। ৰহস্যময়ী শত্ৰু-নাৰীৰ প্ৰকৃত বাসস্থানৰ সন্ধান যিকোনো প্ৰকাৰে উলিয়াবই লাগিব।

নতুন উৎসাহেৰে বিজয়ে গোটেই অন্তেষপুৰীত কিবা গুপ্ত গুহা-গহ্বৰ আছেনেকি বিচাৰিবলৈ ধৰিলে। এইদৰে বিচাৰি ফুৰোঁতে হঠাৎ এটা গুৰুগম্ভীৰ শব্দ বিজয়ৰ কাণত সোমাল। শব্দটো যেন মাটিৰ তলৰ পৰা ওলাই আহিছে। সেই শব্দ-তৰঙ্গৰ লগত এটা যেন সঙ্গীতৰ ধ্বনি। শুনাৰ লগে লগে বিজয় বেছ উত্তেজিত হৈ পৰিল। এই দ্বীপটোলৈ অহাৰ দিনা বাঘটোৰ পিচে পিচে খেদি যাওঁতে সুৰঙ্গৰ মাজত ঠিক এইটো শব্দই বিজয়ে শুনিছিল। মাটিৰ তললৈ নামি যোৱা কিবা পথ আছেনেকি তাকে বিজয়ে ব্যস্ততাৰে বিচাৰিবলৈ ধৰিলে। হঠাৎ গছ-বনেৰে ঢাক খাই থকা ঠাইখিনিত বিজয়ে দেখিলে তললৈ নামি যোৱা শেলুৰৈৰে পিছল হৈ থকা এটা লুংলুঙীয়া বাট। কোনো আগ-পিচ নুগুণি তেওঁ সেই বাটটোৰেদি নামি গ'ল। কিছু সময় নামি যোৱাৰ পিচত ঘন বনেৰে ঢকা গুহা এটাৰ মাজত তেওঁ সোমাই পৰিল। সেইটোও এটা সুৰঙ্গ। উত্তেজনাত বিজয় দ্ৰুত গতিত সুৰঙ্গইদি নামি যাবলৈ ধৰিলে। সুৰঙ্গটো কিন্তু সম্পূৰ্ণৰূপে বন্ধ নাছিল। সুৰঙ্গত থকা অজস্ৰ ফুটাইদি বাহিৰৰ পোহৰ আৰু বতাহ নিৰ্বিঘ্নে সোমাইছিল।

···কিন্তু কিছুদূৰ যোৱাৰ পিচত বিজয়ৰ গতি ব্যাহত হ'ল। সুৰঙ্গটোৰ ঠিক মাজভাগতে এটা প্ৰকাণ্ড শিল। শিলটো আঁতৰাবৰ কাৰণে সকলো শক্তি প্ৰয়োগ কৰি এবাৰ চেষ্টা কৰি চালে। শিলটো কিন্তু অকণো লৰচৰ নহ'ল। শিলটো গুচাই আগবাঢ়ি যোৱাৰো কোনো উপায় নাই। সেই ঠাইখিনিৰ পৰাই গুৰুগম্ভীৰ শব্দটো বেছি স্পষ্ট আৰু প্ৰকট হৈ পৰিছে। কিন্তু আগবাঢ়ি তললৈ নামি যোৱাৰ কোনো পথ বিজয়ে বিচাৰি নেপালে। হতাশা আৰু ক্ষোভত বিজয় ঘূৰি আহিবলৈ বাধ্য হ'ল।

···ঘূৰি আহি বিজয়ে মন্দিৰ সদৃশ ঘৰটোত প্ৰৱেশ কৰিলে। এই ঘৰটোৱেই ৰহস্যময়ীৰ পীঠস্থান। ইয়াতেই সোঁ মণি-মুক্তাখচিত ওখ

সিংহাসনত সেই নাৰী বহে। এতিয়া সিংহাসন শূন্য। অন্য জনপ্ৰাণীও কোনো নাই। দোকমোকালিৰ এই ব্ৰহ্মমুহূৰ্ত্তত পৃথিৱীখন নিতাল আৰু নিস্তব্ধ! শূন্য ঘৰ আৰু শূন্য সিংহাসনখন দেখি বিজয়ৰ দুঃসাহসী মন জাগি উঠিল। কোনো আগ-পিচ নাভাবি তেওঁ সিংহাসনখনৰ ওচৰলৈ গ'ল আৰু তাত উঠিবৰ কাৰণে খট্খটিত ভৰি দিলে। কিন্তু চকুৰ পচাৰতে ক'ৰবাৰ পৰা দুজনী নাৰী-প্ৰহৰী আহি বিজয়ৰ সন্মুখত থিয় হ'ল আৰু সিহঁতৰ হাতত থকা যাঠি দুপাত বুকুত লগাই দিলে। নাৰী প্ৰহৰীৰ এনে আকস্মিক আচৰণত দপ্‌কৈ বিজয়ৰ খং উঠি গ'ল। উদ্গীৰণ হ'ব খোজা ডেকা শক্তিৰ প্ৰচণ্ডতাৰ সন্মুখত সামান্য নাৰী-প্ৰহৰী দুজনীৰ কোনো তুলনাই নহয়। কিন্তু তেওঁ নিজক সংযত কৰিলে আৰু সিংহাসন-মঞ্চত উঠাৰ পৰা বিৰত হ'ল।

ৰহস্য! য'তেই ভৰি দিছে তাতেই বিজয় ৰহস্যৰ সন্মুখীন হৈছে আৰু সিমানেই তেওঁৰ কৌতূহল প্ৰবল হৈ পৰিছে। তেওঁ মন্থৰ খোজত নিজৰ কোঠালৈ আহিল আৰু বিচনাখনত বাগৰ দিলে। তেতিয়া লাহে লাহে ৰাতি পুৱাইছে।

কিমান সময় বিজয় বিচনাত লালকাল দি আছিল, তেওঁ নিজেই নেজানে। গোটেই ৰাতি অকণো টোপনি নহাকৈ থকাৰ পিচত পিচৰাতি যি শাৰীৰিক পৰিশ্ৰম হৈছিল, তাৰ পিচত তেওঁ ভাগৰত ক'ব নোৱাৰা হৈ বিচনাত পৰি দিছিল আৰু গভীৰ টোপনিত চলি পৰিছিল।

হঠাৎ কাবোবাৰ পৰশত তেওঁৰ টোপনি ভাগি গ'ল। তেওঁ চকু মেলি চালে।

মৃদু আৰু মধুৰ স্বৰত নাৰীয়ে ক'লে—"তুমি আজি বহুত সময় শুলা। ৰাতি ভালকৈ টোপনি অহা নাছিলনেকি?"

বিজয় লজ্জিত হ'ল; ক'লে—"মোৰ ৰাতিপুৱা সময়তহে টোপনি আহিছিল।"

"এতিয়াও তোমাক নজগাম বুলিয়েই ভাবিছিলো। কিন্তু এটা কাৰণত

জগাবলৈ বাধা হ'লো। কালি বিলালিক আনিবলৈ পঠিয়াইছিলো, বোধ-কৰো তোমাৰ মনত আছে।"

বিলালি নামটোৱে যেন বিজয়ৰ শৰীৰত বিদ্যুৎ তৰঙ্গৰ সৃষ্টি কৰিলে।

"বিলালি! তেওঁ আহিলনেকি?"

"ওঁ আহি পালেহি। উঠা আৰু এই পানী গিলাচো খাই লোৱা।"

"ওঁহো এতিয়া মই একো নেখাওঁ···।"

"তুমি ভয় কৰিছা। ভয় কৰিবলগীয়া একো নাই। খোৱা হ'লে তোমাৰ মনটো প্ৰফুল্লিত হ'লহেঁতেন আৰু যি কোনো পৰিস্থিতিৰ সন্মুখীন হবলৈ মনত সাহস পালাহেঁতেন!"

"যি কোনো পৰিস্থিতি?"

"কোনে জানে, বিলালিক লগ পোৱাৰ পিচত যি কোনো ধৰণৰ পৰিস্থিতি সৃষ্টি হোৱাৰ সম্ভাৱনা আমি উলাই কৰিব নোৱাৰো। গতিকে···"

ক্ষন্তেক ভাবিলে বিজয়ে—"দিয়া বাৰু, খাওঁ···।" পানীগিলাচ খাই শেষ কৰাৰ পিচত তেওঁৰ শৰীৰ আৰু মনৰ অৱসাদ আৰু জড়তা নিমিষতে নাইকিয়া হৈ গ'ল।

নাৰীৰ পিচে পিচে বিজয় যাবলৈ ধৰিলে আৰু শিলৰ চোতালখন পাৰ হৈ মন্দিৰ-সদৃশ ঘৰটোত প্ৰৱেশ কৰিলে। সোমায়েই দেখিলে সিংহাসনখনৰ তলত দদাইদেউ থিয় হৈ আছে। এই কে'দিনতে দদাই-দেউৰ দাড়ি চুলি বহুত বাঢ়ি গৈছে। লগে লগে নিজলৈ মনত পৰাত বিজয়ে তেওঁৰ গালখনতো হাত দি চালে। গাল আৰু ঠুতৰিত বহুত দাড়ি।

কৌতূহল আৰু অজানিত ভয়ত কঁপা দুক দুক বুকুৰে বিজয় নিঃশব্দে দদাইদেউৰ ওচৰত থিয় হ'ল। দদাইদেউকো বোধকৰো ইয়ালৈ মাতি অনা হৈছে। গোটেই ঘৰটোত এটা নিস্তব্ধতা। সিংহাসনৰ দুয়োকাষে দুজনী প্ৰহৰী, সিংহাসনৰ তললৈ চকু যোৱাৰ লগে লগে বিজয়ৰ চকু থৰ হ'ল। সেই বাঘটো—জিভা মেলি বহি আছে। ঘৰটোৰ ভিতৰত ক'তো কিন্তু বিলালিক দেখা নেপালে।

এটা সময়ত ৰহস্যময়ী নাৰী আহি ঘৰটোত প্ৰৱেশ কৰিলে আৰু গাম্ভীৰ্য্যপূৰ্ণ খোজেৰে লাহে লাহে সিংহাসন থকা মঞ্চলৈ উঠিল আৰু কাৰুকাৰ্য্যখচিত সেই সুশোভিত সিংহাসনত বহিলগৈ। দুয়োকাষে থকা প্ৰহৰী সটম হৈ থাকিল। বিজয়ে ৰহস্যময়ীলৈ চালে। সৰ্বশৰীৰ আবৃতা নাৰীমূৰ্ত্তিৰ শৰীৰৰ পৰা যেন এটা মৃদু পোহৰ বিকীৰণ হৈছে। গোটেই ঘৰটো এটা অজান সুবাসেৰে ভৰি পৰিছে।

কেইটামান নিস্তব্ধ মুহূৰ্ত্ত পাৰ হৈ গ'ল। ইমান নিস্তব্ধ যে বেজী এটা পৰিলেও শব্দৰ সৃষ্টি হ'লহেঁতেন। এটা অস্বস্তিকৰ নিস্তব্ধতাৰ পিচত হঠাৎ এটা উচুপনিৰ শব্দই বিজয়ক চক্ খুৱাই দিলে আৰু অধিক কৌতূহলী কৰি তুলিলে। নাৰী বহি থকা সিংহাসনৰ পিচফালে থকা দুৱাৰখনৰ পৰাই উচুপনিৰ শব্দটো আহিছে। উদ্গ্ৰীৱ চাৱনি আৰু উৎকণ্ঠাৰে সেইফালে চাওঁতে বিজয়ে দেখিলে পৰ্দাখন দাঙি দুজনী প্ৰহৰী সোমাই আহিছে আৰু আহিছে বিলালি। ৰুক্ষ চুলি কাপোৰ-কানি অসংযত। চকু আৰু মুখ শুকান্। গাল দুখন টকটকৈ ৰঙা। কি হৈছে বিলালিৰ? কিয় কান্দিছে? কিয় এনে বেশ? কোনে জানে, তেওঁ হয়তো আহিব খোজা নাছিল। যথেষ্ট অত্যাচাৰ কৰি ধৰি বান্ধি আনিছে। খঙত বিজয়ৰ শৰীৰৰ তেজ উথলি উঠিল। দদাইদেউলৈ চালে। তেৰোঁ নিৰ্নিমেষ কৌতূহলেৰে বিলালিলৈ চালে। কাৰো মুখত মাত নাই। বিজয়ৰ অন্তৰৰ খঙৰ উদ্গীৰণ হব খোজা ঠিক সেই মুহূৰ্ত্ততে নাৰীয়ে কৰ্কশ আৰু আদেশৰ সুৰত চিঞৰি উঠিল। কণ্ঠত পূৰ্বৰ কোমলতা একেবাৰে নাই।

"কুমবাণৰ ছোৱালী !!"

দেৱীৰ মুখৰ পৰা কঠোৰ শব্দ দুটা উচ্চাৰিত হোৱাৰ লগে লগে বিলালিয়ে আঠুকাঢ়ি মূৰটো মাটিত কেবাবাৰো খুন্দিয়াই দেৱীক প্ৰণিপাত জনালে। তাৰ পিচত মূৰটো মাটিত লগাই অলৰ-অচৰ হৈ পৰি থাকিল। দেৱীৰ আদেশ হ'লেহে বিলালিয়ে মূৰ দাঙিব পাৰিব আৰু থিয় হ'ব পাৰিব।

নাৰীয়ে বিজয়লৈ চালে আৰু সামান্য কোমল কণ্ঠেৰে ক'লে—"তুমি মোৰ ওচৰলৈ আহাঁ। তোমাৰ স্থান তাত নহয়।"

"কিন্তু ·।"

"কোনো কিন্তু নাই। ইয়াত আচৰিত হ'বলগীয়া কি আছে। ইয়াৰ পৰাই তুমি কুমৰাণৰ জীয়েকক ভালকৈ দেখিবা আৰু তাইৰ বক্তব্য ভালকৈ শুনিবা। বাহিৰা নাৰীয়ে প্ৰৱেশ কৰিব নোৱাৰা এই নিষিদ্ধ স্থানলৈ এজনী ক্ষুদ্ৰ নাৰীক অনা হৈছে আৰু মোৰ বাহিৰে কোনো নাৰীয়ে কথা ক'ব নোৱাৰা এই ৰাজ্যলৈ এজনী কথা ক'ব পৰা ছোৱালী অনা হৈছে। আচৰিত হ'বলগীয়া কথা নহয়জানো? এই অভূতপূৰ্ব ঘটনাৰ তাৎপৰ্য্য তুমি বুজিব লাগিব। কুমৰাণৰ জীয়েকৰ প্ৰেম যদি সত্য হয় তেন্তে তাইৰ প্ৰথম প্ৰেমিক বিজয় সিংক নিশ্চয় চিনি পাব।···কি ভাবি আছা—আহাঁ—"

এই কথাখিনি শুনি বিজয়ে কিবা এটা ক'ব খুজিও ক'ব নোৱাৰিলে। তেওঁ মাত্ৰ এবাৰ দদাইদেউলৈ চালে। দদাইদেৱো নিমাত। মাত্ৰ চকুৰ ঠাৰেৰে সিংহাসনৰ ওচৰলৈ যাবলৈ ইঙ্গিতহে দিলে। ইতিমধ্যে চকুৰ পচাৰতে দুজনী প্ৰহৰী আহি বিজয়ৰ সন্মুখত থিয় হ'ল আৰু সিহঁতৰ পিচে পিচে আহিবলৈ ইঙ্গিত দিলে। মন্ত্ৰমুগ্ধ সাপৰ দৰে বিজয় সিহঁতৰ পিচে পিচে সিংহাসন মঞ্চলৈ উঠি যাবলৈ ধৰিলে।

দেৱীৰ সুসজ্জিত সিংহাসনৰ কাষতে থকা অন্য এখন চাপৰ আসনত হাতৰ ঠাৰেৰে নাৰীয়ে বিজয়ক বহিবলৈ ইঙ্গিত দিলে। কৌতূহল আৰু উত্তেজনা ভৰা অন্তৰেৰে বিজয় বহিল আৰু তললৈ চালে। বিলাসি তেতিয়াও মাটিত মূৰটো লগাই পৰি আছে। দদাইদেৱে নিৰ্বাক বিস্ময়েৰে তেওঁলৈ চাই আছে।

এইবাৰ নাৰীয়ে তললৈ চাই আকৌ কৰ্কশ স্বৰত ক'লে—"কুমৰাণৰ ছোৱালী! মূৰ তোল, ওপৰলৈ চা।"

কঁপি কঁপি বিলালিয়ে মূৰটো তুলিলে। ভয়বিহ্বল শেঁতা পৰা মুখ। দেৱীৰ সিংহাসনৰ পিনে এপলক চাই আকৌ তলমূৰ কৰি থাকিল।

তেওঁ আঠুকাঢ়ি আছে। ওপৰৰ পৰা বিলালিক এটা ক্ষুদ্ৰ অসহায় হৰিণা শিশু যেন লাগিল।

"থিয় হ"—বিলালিৰ ভৰি দুটা কঁপিছে।

"শুন কুম্ৰাণৰ ছোৱালী, তোক কিহৰ কাৰণে মোৰ এই ৰাজ্যলৈ আনিছো তই জাননে? উত্তৰ দে—"

আতঙ্কগ্ৰস্ত দৃষ্টিৰে সিংহাসনলৈ চাই বিলালিয়ে মূৰ জোকাৰিলে। মুখৰ মাত নোলাল।

"তোৰ নিচিনা সামান্য ছোৱালী এজনীক ইয়ালৈ আনি তোক চোৱাৰ হাবিলাস মোৰ নাই। এটা কথা সোধঁৰাই দিবৰ কাৰণেহে তোক ইয়ালৈ অনা হৈছে। মোৰ ক্ৰোধৰ জলন্ত অগ্নিত তোক পুৰি শেষ কৰি দিব পাৰিলোহেঁতেন। মোৰ হাতত তোৰ মৃত্যু অৱধাৰিত আছিল। কিন্তু তোক মই ক্ষমা কৰিলো।"

এইবাৰো বিলালিয়ে মাতিব নোৱাৰিলে। মাত্ৰ ভয়-বিবৰ্ণ মুখেৰে সিংহাসনলৈ এবাৰ চাই আকৌ তলমূৰ কৰিলে।

"কাৰণ তই মোৰ জীৱনৰ আটাইতকৈ আপোনজনৰ জীৱনটো ৰক্ষা কৰিছিলি। তেওঁৰ বাহুত তই লতাডাল মেৰিয়াই নিদিয়াহলে ময়ো তেওঁৰ জীৱন দিব নোৱাৰিলোহেঁতেন। অৱশ্যে সেই দুষ্ট বিথুনক মই মৃত্যুদণ্ড দিছো।"

নাৰী ক্ষন্তেক নিস্তব্ধ হ'ল। তেওঁ আকৌ ক'বলৈ ধৰিলে। তোক মই এটা প্ৰশ্ন সোধো—"যিজন মানুহৰ বাহুত তই লতাডাল মেৰিয়াই দিছিলি সেই মানুহজন কোন? তোৰ কি হয়?..."

বিলালি মনে মনে থাকিল। বিজয়ৰো বুকুৰ ধপ্‌ধপনি উঠিছে।

"উত্তৰ দে, মনে মনে নেথাকিবি। তোৰ কি হয়? কি নাম তেওঁৰ? মূৰ তুলি উত্তৰ দে।..."

কঁপি কঁপি বিলালিয়ে মূৰটো তুলিলে। সিংহাসনৰ পিনে চালে। এইবাৰ যেন কিছু বেছি সময় সিংহাসনৰ পিনে চাই থাকিল। হঠাৎ নাৰীমূৰ্ত্তিৰ নিচেই কাষতে বহি থকা বিজয়ৰ মুখখন বিলালিৰ চকুত

পৰিল। ইমান সময় তাই একেবাৰে মন কৰা নাছিল। বিলালি আৰু বিজয় দুয়োৰে দৃষ্টি এক হৈ যোৱাৰ লগে লগে বিলালিৰ মুখখন আনন্দৰ উত্তেজনাত ৰঙা পৰি উঠিল। ইমান সময় যি বিভীষিকাই তাইক আগুৰি আছিল সেয়া যেন নাইকিয়া হৈ পৰিল।

আনন্দ আৰু ভয় উভয়ৰে উত্তেজনাত বিলালিৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে। উচ্চ সিংহাসনৰ পৰা নিনাদিত হোৱা নাৰীৰ কণ্ঠৰ হুঙ্কাৰ ধ্বনিয়ে তাইৰ অন্তৰখন আকৌ কঁপাই দিলে।

"পলম নকৰিবি। উত্তৰ দে, কোন তেওঁ? কি হয় তোৰ ??"

কঁপা কঁপা স্বৰেৰে বিলালিয়ে এইবাৰ উত্তৰ দিলে—"মোৰ স্বামী।"

"স্তব্ধ হ! স্বামী !!"...দেৱীৰূপা নাৰীৰ কণ্ঠৰ পৰা ওলোৱা বিদ্ৰূপৰ হাঁহি গোটেই ঘৰটোত প্ৰতিধ্বনিত হ'ল। সেই হাঁহিয়ে সকলোকে যেন উটুৱাই নি ধ্বংসৰ মুখলৈ ঠেলি দিব।

"কোন তোৰ স্বামী? কি নাম তেওঁৰ?"

ভয়বিহ্বলতা আৰু আতঙ্কত গোটেই মুখখন ক'লা পৰি যোৱা বিলালিয়ে মুখেৰে মাতিব নোৱাৰিলে। তাইৰ মুখেৰে মাতিব পৰা শক্তি অন্তৰ্হিত হৈ গৈছে। মাত্ৰ কঁপা কঁপা হাতখন দাঙি বিজয়ৰ পিনে দেখুৱাই দিলে। বিজয়ো ক'ব নোৱাৰাকৈয়ে বহাৰ আসনৰ পৰা থিয় হ'ল। সৰ্ব্বাঙ্গ আবৃতা নাৰীৰ শৰীৰ আৰু মুখমণ্ডল দেখাৰ কোনো উপায় নাছিল যদিও তাৰ পৰা এটা প্ৰচণ্ড খঙৰ উদ্‌গীৰণ হ'ব খোজাৰ আভাস পোৱা গৈছিল। নাৰীৰ দীৰ্ঘাঙ্গী শৰীৰটো থৰথৰ কৈ কঁপিবলৈ ধৰিলে।

"ইমান স্পৰ্দ্ধা তোৰ? এজনী সামান্য মানুহ হৈ তোৰ ইমান সাহস? তোক—তোক মই ভীষণ শাস্তি দিম। বিখুনক যি শাস্তি দিছিলো তোকো সেই শাস্তিকে দিম। মৃত্যুদণ্ড—আৰু এই মুহূৰ্ত্তত..."

আচম্বিতে বিজয়ে আৰ্ত্তনাদ কৰি উঠিলে—"দেৱী!"

নাৰীয়ে থমকি ৰৈ বিজয়লৈ ভালদৰে চালে। তাৰপিচত এটা তাচ্ছিল্যাৰ হাঁহিৰে বিজয়ক উদ্দেশ্য কৰি ক'লে—

"বীৰ্য্যবাহন। এজনী সামান্য ছোৱালীৰ এনে আস্পৰ্দ্ধা আৰু দুঃসাহস মই কেতিয়াও সহ্য নকৰো। আৰু তুমি! তোমাক মই বাৰে বাৰে কৈছো— তুমি এই জাগতিক মায়া আৰু মোহৰ পৰা নিজক মুক্ত কৰা।"

নিজৰ সত্তা হেৰুৱাই পেলাব খোজা বিজয়ে এইবাৰ আত্মস্থ হৈ ক'লে —"কিন্তু তাইৰ কি অপৰাধ?"

"তাইৰ অপৰাধ কি আৰু কিয় তুমি জানিব সুধুজিবা বীৰ্য্যবাহন। তোমাৰ বুজাৰ শক্তি নাই। তাইৰ অপৰাধ গুৰুতৰ যাৰ কোনো ক্ষমা নাই। সেই কাৰণে তাই মোৰ হাতত শাস্তি পাব লাগিব। অমোঘ শাস্তি, গত্যন্তৰ নাই। তুমি ক'ব পাৰা ই তাইৰ ললাটৰ লিখন।··· ···বিলালি, তই সাজু হ—"

ঠিক তেনে সময়তে এটা আৰ্ত্তনাদ কৰি কুম্‌ৰাণ সোমাই আহিল। মুখ তাৰ বিবৰ্ণ। বিলালিৰ কাষত ঠাচ্‌কৈ পৰি কুম্‌ৰাণে হুক্‌হুককৈ কান্দিবলৈ ধৰিলে। সিংহাসন-মঞ্চৰ তলৰ পৰা বাঘটোৱে এটা গোজৰণি মাৰি গাটো লৰাই থিয় হ'ল। প্ৰায় তলৰ পৰা ওপৰলৈ চাই ৰণবীৰে চিঞৰি উঠিল—"তুমি কিয় ইমান নিষ্ঠুৰা? তোমাৰ শক্তি অসীম আৰু সেই কাৰণেই এজনী নিৰ্দোষী আৰু নিষ্পাপ বালিকাক তুমি মৃত্যুদণ্ড দিবা ই কেনেধৰণৰ যুক্তি মোক বুজাই ক'বানে—? ভালপোৱাটোৱেই এজনী ছোৱালীৰ অপৰাধ হ'ব পাৰেনে?"

খণ্ডত ৰণবীৰ সিং কঁপিবলৈ ধৰিলে। নাৰীয়ে ৰণবীৰলৈ এটা গম্ভীৰ দৃষ্টি নিক্ষেপ কৰিলে। ক্ৰোধান্বিতা নাৰীৰ কণ্ঠৰ পৰা এটা শ্লেষমিশ্ৰিত স্বৰ ওলাব খুজিও বন্ধ হৈ গ'ল। বিজয় আৰু ৰণবীৰৰ কথাবোৰৰ মাজত ইমান সময় তেওঁ পৃথিবীৰ মাটি-পানীৰ গোন্ধ যেন পাইছিল। তেওঁ আকৌ তৎক্ষণাৎ তেওঁৰ নিজা অলৌকিক পৰিবেশলৈ ঘূৰি আহিল। নাৰী থিয় হ'ল আৰু কঠোৰ কণ্ঠেৰে ক'বলৈ ধৰিলে—"কুম্‌ৰাণ থিয় হ। বিলালি, মোৰ আদেশ শুনিবি আৰু ৰণবীৰ সিং তুমিও শুনিবা।"

এটা অপাৰ্থিৱ নিস্তব্ধতাই ঘৰটো গ্ৰাস কৰিলে। ঢুক ঢুক বক্ষেৰে সকলোৱে কাণ থিয় কৰি ৰ'ল।

"বিলাসি! তোক মই মৃত্যুদণ্ডৰ পৰা মুক্তি দিলো। কিয় মুক্তি দিলো জনাৰ প্ৰয়োজন নাই। কিন্তু তই মোৰ ওচৰৰ পৰা আঁতৰি যাব লাগিব। তোৰ জীৱন কালত তোৰে-মোৰে কেতিয়াও দেখা-দেখি হ'ব নোৱাৰিব। তই ক'লৈ যাব লাগিব কুম্‌ৰাণে জানে। সি তোক লৈ যাব আজি আৰু এই মুহূৰ্তত। আৰু তইঁতৰ লগত যাব মোৰ বাঘটো, যাতে কুমৰাণ আকৌ মোৰ ওচৰলৈ ঘূৰি আহে। কুম্‌ৰাণ! তই এই আদেশ এতিয়াই পালন কৰিব লাগিব।"

"কিন্তু দেৱী—"

"ইয়াৰ পিচত আৰু কোনো কিন্তু নাই কুম্‌ৰাণ।...আৰু ৰণবীৰ সিং। তোমাক ক্ষমা কৰা উচিত কাৰণেই ক্ষমা কৰিলো। কাৰণ সুদূৰ ভাৰত ভূমিৰ পৰা তুমি মোৰ বীৰ্য্যাবাহনক লৈ আনিছা। তোমাৰ ওচৰত মই কৃতজ্ঞ হোৱা উচিত। কিন্তু তোমাক মই আকৌ এবাৰ সৰ্তক কৰি দিব খোজো—তোমালোকৰ এই পৃথিৱীত তোমাৰ আঢৈকুৰি বছৰীয়া অভিজ্ঞতাৰে তুমি মোৰ আৰু বীৰ্য্যবাহনৰ মাজৰ কোনো কথাতেই অনাহুকত হস্তক্ষেপ নকৰিবা। তুমি মোৰ এই ৰাজ্যৰ এটা ঘৰত তোমাৰ লগুৱাৰে সৈতে পাৰ্থিৱ সকলো সুখ লৈ দিন কটাব পাৰিবা। কিন্তু বীৰ্য্যবাহনক কোনো কথাতেই নিবিচাৰিবা। তেওঁক তুমি পাহৰিব লাগিব। বীৰ্য্যবাহনক মই তোমাৰ পৰা—তোমাৰ মায়া-মোহ আৰু মৰমৰ পৰা আঁতৰাই আনিছো আৰু আনিম। মই জানো, এই মৰ্ত্ত্যৰ মানুহ হিচাবে তুমি মনত কষ্ট পাবা—দুখ পাবা। কিন্তু মোৰ কোনো উপায় নাই বিদেশী বন্ধু। মোৰ কাৰণে আৰু বীৰ্য্যবাহনৰ স্বাৰ্থৰ কাৰণে মই এইখিনি কৰিবলৈ বাধ্য।"

পুত্ৰাধিক বিজয়ক হেৰুৱাবলগীয়া হোৱা এই চৰম মুহূৰ্ত্তত ৰণবীৰ সিঙে চিঞৰি কান্দি উঠিল—"কিন্তু দেৱী! বিজয়ক মোৰ পৰা আঁতৰাই লৈ গ'লে মই কেনেকৈ জীয়াই থাকিম?"

দেৱী নিমাত। অন্তেক বৈ দদাইদেউ পুনৰ উত্তেজিত হৈ উঠিল আৰু চিঞৰি ক'বলৈ ধৰিলে—

"বিজয়, এই কুহকিনী নাৰীৰ মায়াজালত পৰি তয়ো পাহৰি গ'লি তই কোন ?"

সঁচাকৈয়ে ইমান সময় বিজয় যেন মায়াজালত পৰি মাতিব নোৱাৰা হৈ পৰিছিল। এই ৰহস্য-ঘন আৱৰ্ত্তত যেন ঘূৰপাক খাই আছিল। তেওঁ। এইবাৰ চিঞৰি উঠিল, "দদাইদেউ !"

"তই কিহৰ কাৰণে মহাসাগৰ পাৰ হৈ বিপদ-বিঘিনি অতিক্রম কৰি মৃত্যুক হাতৰ মুঠিত লৈ এই পুষ্পক নগৰীলৈ আহিছিলি পাহৰি গ'লি ? পাহৰি গ'লি তোৰ প্ৰতিজ্ঞাৰ কথা ? তোৰ দেউতাৰ বিক্রমসিঙৰ কথা আজি পাহৰি গ'লি ? পাহৰি গ'লি তোৰ বংশৰ আদিমাতা স্বৰ্ণদেৱীৰ কথা ??"

ইমান সময় নিস্তেজ হৈ থকা পঁচিশ বছৰীয়া পুৰুষত্ব যেন সিংহৰ কেশৰৰ দৰে ফুলি উঠিল। তীব্র উত্তেজনাত বিজয়ে আকৌ চিঞৰি উঠিল— "দদাইদেউ।"

"প্ৰতিশোধ বিজয়, প্ৰতিশোধ। এয়ে উপযুক্ত সুযোগ।" মুহূৰ্ত্ততে বিজয়ে ছলনাময়ীৰ পিনে প্ৰচণ্ড ক্রোধত হাতদুখন দাঙি আগবাঢ়ি গ'ল। অন্তৰৰ জিঘাংসা আৰু প্ৰতিহিংসাৰ লেলিহান অগ্নিশিখা বিজয়ৰ চকু আৰু মুখমণ্ডলত জ্বলি উঠিল।

"তয়েই সেই নাৰী যি মোৰ পূৰ্বপুৰুষক হত্যা কৰিছিলি। আজি··· আজি মই তাৰ প্ৰতিশোধ ল'ম।"

কিন্তু লগে লগে নাৰীৰ মুখৰ পৰা এটা তীব্র চিঞৰ ওলাই আহিল —"বীৰ্য্যবাহন।" বিজয় এক মুহূৰ্ত্তৰ বাবে স্তব্ধ হ'ল।

"বীৰ্য্যবাহন শান্ত হোৱা, অসংযত নহ'বা। মোৰ মুখলৈ চোৱা বীৰ্য্যবাহন, ক্রোধ সম্বৰণ কৰি মোৰ মুখলৈ চোৱা—"

মন্ত্রমুগ্ধ সাগৰ ফেটটো শিথিল হোৱাৰ দৰে বিজয়ৰ হাত দুখন অতৰ্কিতে নামি আহিল আৰু পাতল কাপোৰৰ আৱৰণেৰে ঢাক খাই

থকা মুখখনলৈ তেওঁ চালে। মুখখন স্পষ্টভাৱে নেদেখিলেও এটা অজানিত কাৰণত বিজয়ৰ মুখটো দোঁ খাই গ'ল।

এটা মধুৰ আৰু মৰমসনা শাসনৰ সুৰেৰে নাৰীয়ে ক'লে—"ছিঃ! বীৰ্য্যবাহন, তুমি উত্তেজিত হ'লে শোভা নাপায়। তুমি নেজানা তুমি কিমান মহান, তোমাৰ স্থান কিমান ওপৰত। সেই উচ্চ আসনত বহুৱাই মই আজি যুগ যুগ ধৰি তোমাক পূজা কৰিছো কিহৰ কাৰণে? পৃথিৱীৰ ক্ষুদ্ৰ স্বাৰ্থ, সাধাৰণ মানুহৰ ক্ষুদ্ৰ ৰিপু এইবোৰ মোৰ স্বামীৰ শৰীৰত যে অকণো শোভা নেপায়…।"

সম্পূৰ্ণৰূপে বিজয় তেতিয়াও বশীভূত হোৱা নাই।

"কিন্তু নাৰী, তুমি অস্বীকাৰ কৰিব নোৱাৰা যে মোৰ আদিমাতা স্বৰ্ণদেৱীৰ বৰ্তমানত তুমি মোৰ আদি পিতাক ভুলাবলৈ চেষ্টা কৰিছিলা আৰু ব্যৰ্থ হৈছিলা আৰু তেতিয়াই তুমি তেওঁক হত্যা কৰিছিলা।"

বিজয়ৰ কথাত যেন নাৰী সামান্যভাৱে ম্ৰিয়মান হ'ল, "তেনেকৈ নক'বা বীৰ্য্যবাহন। তোমাক মই হত্যা কৰিছিলো বুলি নক'বা, তোমাক—বীৰ্য্যবাহনক মই তেতিয়া ৰক্ষাহে কৰিছিলো এজনী সামান্য দাম্ভিক আৰু মূৰ্খ নাৰীৰ হাতৰ পৰা। 'হত্যা' শব্দটো ব্যৱহাৰ নকৰিবা বীৰ্য্যবাহন। মই তোমাক সাময়িকভাৱে এই পৃথিৱীৰ পৰা আঁতৰাই দিছিলো, কাৰণ মই জানো এদিন আকৌ তুমি মোৰ ওচৰলৈকে আহিবা।"

"কিন্তু নাৰী, মোৰ এটা কথাৰ উত্তৰ দিবানে? মোৰ আদিমাতা স্বৰ্ণদেৱী থকা অৱস্থাতো তুমি কিয় তেওঁক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছিলা?"

"ই সামান্য প্ৰশ্ন নহয় বীৰ্য্যবাহন। তুমি নিজে নিজক এবাৰ প্ৰশ্ন সুধি চোৱা। তাৰ আগতে তোমাৰ মনৰ ওপৰত এতিয়াও থকা এই পৃথিৱীৰ মায়াৰ আৱৰণখন আঁতৰাই পেলোৱা।"

"কিন্তু—"

"ইয়াত কোনো কিন্তু নাই। তোমাৰ চকুত লাগি থকা মায়াৰ অঞ্জন

মই কালিলৈ শুচাই দিম। তেতিয়া বীৰ্য্যবাহন তোমাৰ অন্তৰৰ দাপোণত বিচাৰি পাবা তোমাৰ প্ৰশ্নৰ সমিধান।”

কথাখিনি শেষ কৰিয়েই লগে লগে নাৰী আকৌ কঠোৰ হৈ পৰিল আৰু ইমানসময়ৰ লাগি ওপৰৰ পিনে চাই থকা ৰণবীৰ, কুম্‌ৰাণ আৰু বিলালিলৈ চাই ক'লে—“তোমাক মই ক্ষমা কৰিলো ৰণবীৰ সিং। তুমি এতিয়া যাব পাৰা। প্ৰয়োজন হলে আকৌ মই তোমাক মতাই আনিম।”

নাৰীয়ে এইবাৰ দুবাৰ হাত চাপৰি বজালে। তেতিয়া দুজনী ওখ হৃষ্টপুষ্ট নাৰী-প্ৰহৰী ৰণবীৰৰ কাষত থিয় হ'ল আৰু সিহঁতৰ পিচে পিচে যাবলৈ ইঙ্গিত দিলে। ৰণবীৰে এই ইঙ্গিত অমান্য কৰাৰ কথা ভাবিব নোৱাৰিলে। প্ৰহৰী দুজনীৰ পিছে পিছে তেওঁ ওলাই গ'ল।

এইবাৰ কুম্‌ৰাণ আৰু বিলালিলৈ চাই তেওঁ ক'লে,—“কুম্‌ৰাণ, বিলালিক কৈ দে মোৰ আদেশ লঙ্ঘন কৰাৰ শক্তি এই পৃথিৱীত কাৰোৱেই নাই। গতিকে তাইক লৈ তই ওলাই যা।”

কথাখিনি শেষ নৌ হওঁতেই সিংহাসন মঞ্চৰ তলত বহি থকা বাঘটো তৎক্ষণাৎ কুম্‌ৰাণ আৰু বিলালিৰ মাজত থিয় হ'লহি আৰু সিহঁতলৈ চালে। সেই চাৱনিত কি আছিল? কঁপি কঁপি আঠুকাঢ়ি মাটিত মূৰ খুন্দিয়াই লাহে লাহে দুয়ো ওলাই গ'ল। ওলাই যোৱাৰ আগে আগে বিলালিয়ে ভয়ে ভয়ে বিজয়ৰ পিনে চালে। ফুলপাহ সৰি যোৱাৰ আগতে ফুলৰ মুখত প্ৰকাশ পোৱা এটা যেন কৰুণতা!

মন্ত্ৰমুগ্ধ বিজয় নিৰ্বিকাৰ হৈ বহি আছিল। অলৌকিক শক্তিধাৰিণী নাৰীৰ হিংসা আৰু ক্ৰোধানলৰ বলি হৈ নিৰ্বাসিতা হোৱা প্ৰেয়সী বিলালি ধীৰ আৰু ভয়ত্ৰস্ত খোজেৰে ওলাই যোৱাৰ পিচতো বিজয়ৰ মনত কোনোধৰণৰ ভাবান্তৰৰ চিন পৰিলক্ষিত নহ'ল।

নাৰীয়ে বিজয়লৈ চাই মৰমসনা কণ্ঠেৰে ক'লে—“ব'লা বীৰ্য্যবাহন, ভিতৰলৈ ব'লা। তোমাৰ বোধকৰো ভোক আৰু ভাগৰ লাগিছে।”

॥ পোন্ধৰ ॥

বিলালিক কুম্বাণে ক'ত নির্বাসন দিলে, তাইৰ কি দশা হ'ল, আৰু সদাইদেয়ো কেনে অৱস্থাত আছে, এই কথা জনাৰ কোনো উপায় নাছিল যদিও বিলালিৰ বিচ্ছেদত বিজয়ৰ মনত যেনে ধৰণৰ তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হোৱা উচিত আছিল, সিমানখিনি তেওঁ অনুভৱ নকৰিলে। বিলালিৰ মুখখন তেওঁৰ চকুৰ আগত স্পষ্টভাৱে ভাঁহি উঠে—কিন্তু ভয়বিহ্বল আৰু করুণতা সনা সেই মুখখনৰ বাবে এটা কোমল সহানুভূতিৰ বাহিৰে অন্য বিশেষ একো অনুভৱ কৰিব নোৱাৰিলে। বিজয়ৰ জীৱনত বিলালিয়েই যদি প্ৰথমা নাৰী আছিল, তেন্তে বিলালিক হেৰুওৱাৰ পিচত তেওঁৰ অন্তৰখন সেইপুৰি শেষ হৈ যাব লাগিছিল। ভিতৰখন ছাৰখাৰ হৈ যাব লাগিছিল। এটা দিনতেই এজনী অজ্ঞাত আদিমবাসী ছোৱালীৰ পৰা বিজয়ে যি গভীৰ আন্তৰিক মৰম ও ভালপোৱা পালে তেনে মৰম পঁচিশ বছৰীয়া জীৱনত যে সেয়ে প্ৰথম তাত কোনো সন্দেহ নাই। ই বিলালিৰ একপক্ষীয় ভালপোৱা নাছিল। তাইৰ প্ৰতিও বিজয়ৰ যি অনুৰাগৰ জন্ম হৈছিল সেই কথাও অস্বীকাৰ কৰাৰ থল নাই। প্ৰথম প্ৰেমৰ দেৱতাক হিয়াৰ ৰক্তজবা নিবেদন কৰি বিলালিয়ে প্ৰেমৰ-প্ৰতীক স্বৰূপে বনৰীয়া লতাৰ যি ৰক্ষা-কৱচ দিছিল সিয়েই অৱশেষত বিজয়ৰ জীৱন ৰক্ষা কৰিছিল। এই সকলোবোৰ কথা এটা এটাকৈ বিজয়ৰ চকুৰ আগত ভাঁহি উঠিছে। লগতে অনুভৱো কৰিছে, বিলালিৰ প্ৰতি থকা তেওঁৰ গভীৰ ভালপোৱাৰ অকণো ভাঙোন ধৰা নাই। জীৱনদাতৃ বিলালিৰ প্ৰতি থকা তেওঁৰ কৃতজ্ঞতাৰো অন্ত নাই। তেনেহলে কালি ৰহস্যময়ী নাৰীৰ নিষ্ঠুৰ আদেশ পালন কৰিবলৈ বাপেক কুম্বাণে যেতিয়া জীয়েক বিলালিক

কোনোবা অচিন আৰু অজ্ঞাত ঠাইত নিৰ্ব্বাসন দিবলৈ লৈ গ'ল, তেতিয়া বিজয়ে কিয় নিৰ্ব্বাক দৰ্শক হৈ চাই থাকিল? কিয় বাধা নিদিলে? কিয় তেওঁৰ বাক্ বন্ধ হ'ল? যেতিয়া বিলাসিয়ে শেষ-বাৰৰ কাৰণে গভীৰ প্ৰত্যাশাৰে বিজয়লৈ চাইছিল, তেতিয়া তেওঁ কিয় চকু দুটা তললৈ নমাই দিছিল? কুম্ৰাণৰ চকুতো এটা সন্দেহৰ ছাঁ বিজয়ে দেখিছিল। দদাইদেউ ৰণবীৰ সিঙৰ চকুতো তেতিয়া এটা নৈৰাশ্যৰ চিন আছিল। এজনী অবলা নাৰীক ৰক্ষা কৰাৰ দায়িত্ব আৰু পুৰুষত্ব সেই সময়ত বিজয়ৰ ক'ত আছিল? বিজয়ৰ এনে আচম্বিত আৰু অভাৱনীয় পৰিবৰ্ত্তনৰ কাৰণ কি?

এই পৰিবৰ্ত্তন কোনফালৰ পৰা কেনেধৰণে বিজয়ৰ অন্তৰত প্ৰৱেশ কৰিছে তাক ঠাৱৰ কৰা সহজ নহয়। অৱশ্যে তেওঁৰ স্মৃতিশক্তি, দায়িত্বজ্ঞান আৰু কৰ্ত্তব্যবোধ এতিয়াও অটুট হৈ আছে বুলি বিজয়ে জানে। বিজয়ে কোনো অৱস্থাতেই পাহৰি যোৱা নাই হেজাৰ বছৰৰ আগৰ বংশৰ আদিমাতা স্বৰ্ণদেৱীৰ কথা আৰু পিতৃ বিক্ৰম সিঙৰ নিৰ্দ্দেশ অনুসৰি সুদূৰ ভাৰতবৰ্ষৰ পৰা ভাৰতমহাসাগৰৰ এটা অগম্য দ্বীপলৈ এজনী কুহকিনী নাৰীৰ ওপৰত ল'বলৈ অহা প্ৰতিশোধৰ কথা।

কালিৰ ঘটনাটো বিজয়ৰ কাৰণে সাঁথৰ স্বৰূপ। দদাইদেৱে উদ্‌গনি দিয়াৰ পিচত বংশৰ এই ৰহস্যময়ীৰূপী শত্ৰু-নাৰীৰ ওপৰত প্ৰতি-শোধ ল'বলৈ বিজয়ে যেতিয়া সংহাৰমূৰ্ত্তি ধৰি উদ্যত হৈছিল, তেতিয়া সেই নাৰীৰ কোমল অথচ কঠোৰ কণ্ঠৰ 'বীৰ্য্যবাহন' শব্দটোৱে বিজয়ৰ উন্মত্ততা তৎক্ষণাৎ সাম্য কৰি দিছিল আৰু বজ্ৰমুঠিৰ হাতদুখন যেন হঠাৎ শিথিল কৰি পেলাইছিল। তাৰপিচত নাৰীৰ কথামতে ঢাক খাই থকা মুখখনলৈ বিজয়ে চাইছিল আৰু তেতিয়া সেই আবৃতা মুখত তেওঁ কি দেখিছিল বিজয়ৰ এতিয়া স্পষ্টভাৱে মনত নাই। সেই নাৰীৰ শৰীৰৰ পৰা ওলাই অহা এটা ম্লান পোহৰৰ প্ৰৱাহে যেন বিজয়ৰ মনৰ ভিতৰখন আচ্ছন্ন কৰি পেলাইছিল। মুখখন ঢাক খাই আছিল যদিও সেইটো মুহূৰ্ত্তত বিজয়ে অনুভৱ কৰিছিল এনেধৰণৰ মুখ এখন যেন

কেতিয়াবা, ক'ৰবাত তেওঁ দেখিছিল। এনেকুৱা সুললিত অথচ কঠোৰ কণ্ঠস্বৰো তেওঁ কেতিয়াবা যেন শুনিছিল। কিন্তু ক'ত? কেতিয়া? সকতে হেকউৱা মাকৰ মুখ বিজয়ে কোনো দিনেই দেখা নাছিল। কৈশোৰ অৱস্থাৰ পৰা এতিয়ালৈকে লগ পোৱা আৰু দেখা ছোৱালী-বিলাকৰ ভিতৰত বিলালিৰ মুখখনকে তেওঁৰ চকুত স্পষ্ট হৈ আছে। তেওঁ চকুৰ দৃষ্টিৰে স্পষ্টকৈ ঢুকি নোপাৱা এই অস্পষ্ট মুখখন ক'ৰ? তেওঁৰ মনৰ গতি স্তব্ধ কৰিব পৰা এই নাৰী কণ্ঠস্বৰ কাৰ?

…পুৱতি নিশা সাৰ পাই বিজয়ে বিচনাখনতে বহি কালিৰ গোটেই কথাবোৰ ভাবি আছিল। এই ৰহস্যময়ী নাৰীয়ে প্ৰকাশ কৰা ভাব আৰু কথাৰে যেন মায়াৰ কুঁৱলীয়ে আবৰি ৰখা সাগৰৰ শান্ত আৰু ধীৰ-স্থিৰ ঢৌৰ ওপৰত বিজয়ক শুৱাই দিছিল। এই নাৰী শত্ৰু, অথচ প্ৰতিশোধ লোৱাৰ বাসনা মনত জগাৰ লগে লগেই সি কিয় দুৰ্ব্বল হৈ পৰে?

কালি নাৰীয়ে বিজয়ক অন্তেষপুৰলৈ লৈ অনাৰ পিচত তেওঁক খাদ্য আৰু চাহ জাতীয় পানীয় খাবলৈ দিছিল। সেয়া খোৱাৰ পিচত মনৰ ভিতৰত সৃষ্টি হোৱা অন্তৰ্দ্বন্দ্ব নাইকিয়া হৈ পৰিছিল। সেই খাদ্যই শৰীৰলৈ বল আৰু মনলৈ শক্তি আনিছিল। তাৰপিচত নাৰীয়ে উপযাচি কৈছিল—"তোমাৰ শৰীৰ আৰু মন দুয়োটাই অৱশ হৈ পৰিছে। এই খাদ্যই তোমাক আকৌ টনকিয়াল কৰি তুলিব। তুমি ৰাতি খুব ভালদৰে টোপনি যাব পাৰিবা। তুমি আজি যি প্ৰশ্ন কৰিছিলা তাৰ উত্তৰ আজি দিয়া সম্ভৱপৰ নহ'ব। সেই প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে তোমাৰ শৰীৰ আৰু মনৰ ওপৰত আৱৰণ হৈ থকা এই পৃথিৱীৰ সংস্কাৰ আৰু মায়া দূৰ হ'ব লাগিব। তেতিয়াহে তুমি তোমাৰ প্ৰশ্নৰ উত্তৰ যথাযথভাৱে পাবা। আজি তুমি তাক উপলব্ধি কৰিব নোৱাৰিবা। তুমি তাক উপলব্ধি কৰিব লাগিব তোমাৰ ষষ্ঠ ইন্দ্ৰিয়ৰ সূক্ষ্ম অনুভূতিৰে, বাস্তৱৰ কঠোৰ যুক্তিৰে নহয়।"

এটা সমাহিত ভাৱত তেতিয়া বিজয়ে সুধিছিল—"কিন্তু কেতিয়া? কেতিয়া মোৰ প্ৰশ্নৰ উত্তৰ মই পাম? কোন দিনা??"

নাৰীয়ে তেতিয়া উত্তৰ দিছিল "খুব সোনকালে, অচিৰেই। তুমি এতিয়া শোৱাগৈ।"

এইদৰে কৈয়েই নাৰী কোঠাৰ পৰা লৰালৰিকৈ ওলাই গৈছিল যেন তেওঁৰ তেতিয়া কিবা এটা বিশেষ কাম কৰিবলগীয়া আছে। কিন্তু কি কাম কোনে জানে!

ইয়াৰ পিচত বিজয়ে নিজৰ কোঠালৈ আহি সুন্দৰকৈ পাৰি থোৱা বিচনাখনত বাগৰ দিলে আৰু ক্ষন্তেক পিচতেই টোপনি গ'ল। পুৱতি নিশাতেই হঠাৎ বিজয়ে সাৰ পালে। সাৰ পাই নিজকে বৰ সজীৱ যেন লাগিল। গোটেই ৰাতি লালকাল দিয়া টোপনিয়ে বিজয়ৰ শৰীৰত থকা অৱসাদ সম্পূৰ্ণৰূপে নাইকিয়া কৰি দিলে। বাহিৰত তেতিয়া কাহিলি কাহিলি পোহৰ। কাষৰ খিৰিকিখনেদি পুৱতি নিশাৰ স্নিগ্ধ শীতল বতাহ বৈ আছিল। সজীৱ মন এটাৰে বিজয়ে গোটেই কথাবোৰ এটা এটাকৈ আকৌ ভাবিবলৈ ধৰিলে।

মায়াৰে আৱৰা পৰিবেশৰ মাজত নিজকে এচপৰা অসহায় মেঘ বুলি কল্পনা কৰি পাৰাপাৰহীন ভাৱনাত বুৰ গৈ থাকোতে হঠাৎ বাঘৰ গৰ্জ্জনে বিজয়ক ভীষণভাৱেচক্ খুৱাই দিলে আৰু সকলোবোৰ কল্পনা ভাঙিথানবান কৰি দিলে। বিচনাৰ পৰা নামি মাটিত থিয় হৈ কাণখন আকৌ সজাগ কৰি থলে। আকৌ বাঘৰ গোজৰণি। এই গোজৰণিয়ে এখন অপাৰ্থিৱ আৰু অলৌকিক জগতলৈ বিজয়ক টানি লৈ গ'ল। বাঘৰ গৰ্জ্জনে লগে লগে বিজয়ৰ ভিতৰখনত খৌকি-বাথৌ লগাই দিলে। এই বাঘৰ লগতেতো বিলাসিৰ সম্বন্ধ। ৰহস্যময়ী নাৰীৰ এই বাঘটো কালি বিলাসি আৰু কুম্‌বাণৰ লগে লগে ওলাই গৈছিল।

ই কেতিয়া ঘূৰি আহিল? কুম্‌বাণো নিশ্চয় ঘূৰি আহিছে। কুম্‌বাণক লগ পোৱা হ'লে বিলাসিৰ কথা সুধিব পৰা গ'লহেঁতেন।... হঠাৎ বাঘটোৱে আকৌ অস্বাভাৱিকভাৱে চিঞৰি উঠিল। এই পুষ্পক নগৰীলৈ অহাৰ পিচৰ পৰা বাঘটোৰ গোজৰণি বিজয়ে কেবাবাৰো

শুনিছে। । কিন্তু আজিৰ এই পুৱতি নিশাৰ গোজৰণি যেন অলপ বেলেগ—কিবা যেন তাৎপৰ্য্যপূৰ্ণ।

…নিজৰ অজ্ঞাতে বিজয় বাহিৰলৈ ওলাই আহিল। দূৰৈৰ পৰা এটা সঙ্গীতৰ ধ্বনি যেন ভাঁহি আহিছে। আকাশত তেতিয়াও তৰা আছে। দূৰৰ গছ-গছনিবোৰ অস্পষ্ট হৈ আছে। ৰহস্যময়ী নাৰীৰ সিংহাসনৰ বেদী থকা ঘৰটোৰ ওখ দোলটো এতিয়াও কলচুৱা হৈ আছে।

আকৌ বাঘৰ গোজৰণি শুনা গ'ল। চকু-কাণ সজাগ কৰি বিজয় থিয় হৈ থাকিল। এইবাৰ বিজয়ৰ চকুত পৰিল বাঘৰ অস্পষ্ট মূৰ্ত্তি। অদূৰত ধীৰ আৰু মন্থৰ গতিৰে ভিতৰৰ পৰা ওলাই আহিছে। তাৰ পিচতেই অস্পষ্ট অথচ শৰীৰৰ চাৰিওপিনে ক্ষীণ পোহৰ বিকীৰণ কৰা এটি নাৰী মূৰ্ত্তি। ভালকৈ মনিব নোৱাৰি যদিও সেই নাৰীৰ দেহ যে সৰ্ব্বাঙ্গে আবৃতা, দূৰৈৰ পৰাই উমান কৰিব পাৰি। এই পুৱতি নিশাৰ ব্ৰহ্মমুহূৰ্ত্তত ৰহস্যময়ীয়ে বাঘটোক লগত লৈ ক'লৈ যায়? কি ৰহস্য? নাৰীয়ে বিজয়ক কেনেবাকৈ দেখে বুলি তেওঁ শিলৰ প্ৰকাণ্ড খুটাটোৰ আঁৰত লুকাল, গাৰ কাষেদিয়েই নাৰী চপলতাহীন ধীৰ আৰু গম্ভীৰ খোজত পাৰ হৈ গ'ল।

এই ৰহস্য উদ্‌ঘাটন কৰাৰ অসীম কৌতূহলত তেতিয়া বিজয়ৰ বুকুখন দুক দুককৈ কঁপিবলৈ আৰম্ভ কৰিছে। সেই সময়ত আগন্তুক বিপদ বিঘিনিৰ কথা ভবাৰ সময় আৰু অৱকাশ নাই। বুকুৰ ধপ্‌-ধপনিৰ লগে লগে চকুৰ আৰু কাণৰ তীক্ষ্ণতা যেন বৃদ্ধি পাই আহিছে। কৌতূহল, ভয় আৰু আনন্দ আটাইকিটা একেলগে থুপখাই বিজয়ৰ শৰীৰত এটা উত্তেজনাৰ সৃষ্টি কৰিছে। এই শীতল পুৱতি নিশাতো বিজয়ৰ শৰীৰৰ পৰা ঘাম বিৰিঙি উঠিছে। কিন্তু বিজয়েতো নেজানে এই নাৰীক অনুসৰণ কৰি যোৱাৰ পিচত যি দৃশ্য দেখিব তাৰ তুলনাত এইটো মুহূৰ্ত্তৰ উত্তেজনা অতি নগণ্য।

কোনো কথা চিন্তা কৰাৰ সময় এতিয়া বিজয়ৰ নাই। ইতিমধ্যে নাৰী কিছুদূৰ আগবাঢ়ি গৈছে। প্ৰাসাদৰ বহিৰাংশত কিছুদূৰ যোৱাৰ

পিচত এঠাইত বাঘ আৰু নাৰী দুয়ো বিজয়ৰ দৃষ্টিৰ পৰা হেৰাই গ'ল। তেতিয়ালৈকে বিজয়েও এটা দূৰত্ব ৰক্ষা কৰি নাৰীক অনুসৰণ কৰি আহি আছিল। যি ঠাইত নাৰী অন্তৰ্দ্ধান হ'ল সেই ঠাইলৈ লৰালৰিকৈ আহি বিজয়ে একো নেদেখিলে; মাত্ৰ কিছুমান গছ-গছনি। ঠিক সেই ঠাইখিনিতে এটা সুৰঙ্গপথ আৰম্ভ হৈছে। এই পথটোৰেদি এদিনৰ আগতে বিজয় তললৈ নামি গৈছিল আৰু কিছুদূৰ যোৱাৰ পিচত এটা বিৰাট শিলে পথটো বন্ধ কৰি থোৱাৰ কাৰণে আধাবাটৰ পৰাই ঘূৰি আহিবলগীয়া হৈছিল।

এতিয়াও আধা পোহৰ আৰু আধা আন্ধাৰৰ মাজত থকা সেই সুৰঙ্গইদি তেওঁ তললৈ নামি যাবলৈ ধৰিলে। সোমাই যোৱাৰ লগে লগে এটা অদ্ভুতধৰণৰ অনুভূতিয়ে বিজয়ৰ মনটো লাহে লাহে আচ্ছন্ন কৰি পেলাইছে। সঙ্গীতৰ এটা মিঠা সুৰ যেন লাহে লাহে ওপৰ চাপি আহিছে। অকল এয়ে নহয়, এটি মৃদু সুবাস তলৰ পৰা বৈ আহিছে। নতুন অনুভূতি, প্ৰচণ্ড কৌতূহল আৰু উজ্জীৱিত প্ৰাণশক্তি আৰু ক্ষিপ্ৰ গতিৰে বিজয় সুৰঙ্গৰ মাজেদি তললৈ নামি যাবলৈ ধৰিলে। বাটত কোনো বাধা নাই। আৰু আচৰিত! সিদিনাৰ প্ৰকাণ্ড শিলটো আজি কোনোবাই আঁতৰাই থৈছে। নাৰী যোৱাৰ পথত কোনো ধৰণৰ প্ৰহৰী নোহোৱাতো বিজয় আচৰিত হ'ল। আজি একমাত্ৰ প্ৰহৰী বাঘটো। হয়তো ৰহস্যময়ী নাৰীৰ পুৱতি নিশাৰ অভিসাৰ অত্যন্ত গোপনীয়—অতি ব্যক্তিগত। এইভাৱ মনলৈ অহাৰ লগে লগে বিজয়ৰ মনটো আকৌ এবাৰ ছাট্‌কৈ কঁপি উঠিল। গোপনে এইদৰে অনুসৰণ কৰি অহা যদি নাৰীয়ে কেনেবাকৈ গম পায় তেতিয়া……

এইবোৰ ভাবিবৰ তেতিয়া সময় নাই। বিজয় প্ৰায় লৰ মাৰি যোৱাৰ দৰে ওখ-চাপৰ সুৰঙ্গৰ মাজেদি নামি যাবলৈ ধৰিলে। গাৰ পৰা ঘাম পৰিবলৈ ধৰিছে। কিন্তু আচৰিত! নাৰী আৰু বাঘটো তেওঁৰ চকুৰ আগত এবাৰো ধৰা নপৰিল। ইমান খৰকৈ তেওঁলোক কেনেকৈ আগবাঢ়ি গ'ল?

অৱশেষত সুৰঙ্গ শেষ হ'ল। সুৰঙ্গৰ পৰা ওলাই বিজয়ে ব'ত ভৰি দিলে সেয়া মাটি নাছিল। সাগৰ বা নৈৰ পাৰত থকা তিতা বালি। ভৰি দুটা তিতি গ'ল। চাৰিওফালে এবাৰ চালে। অনতিদূৰত এখন যেন নৈ বৈ গৈছে। স্পষ্টভাৱে সেই নৈখন নেদেখি। কাৰণ ঘন বগা কুঁৱলীয়ে গোটেই পৰিবেশটো ঢাকি থৈছে। মাজে মাজে অপসাৰিত হোৱা কুঁৱলীৰ মাজেৰে নৈৰ পানী তেওঁ দেখিবলৈ পালে। কিন্তু নৈখনৰ যেন গতি নাই। আকৃতিত নৈ যেন লাগিলেও তাৰ পানী স্তব্ধ। নৈৰ গাতে এটা পাহাৰ। পাহাৰ বুলি অকণো ধৰিব নোৱাৰি। এটা প্ৰকাণ্ড দৈত্যৰ ছাঁ যেন দণ্ডায়মান হৈ আছে। সুৰঙ্গৰ অন্তত নৈৰ পাৰত ভৰি দিয়াৰ লগে লগে অলপ আগৰে পৰা শুনি অহা মিঠা সঙ্গীতৰ সুৰ বেছি স্পষ্ট হৈ পৰিল। সঙ্গীতৰ লগতে এটা গুৰু-গম্ভীৰ স্বৰ। ইয়াৰ লগতে এটা সুবাস। এই পুষ্পক নগৰীৰ দ্বীপলৈ বিজয় প্ৰথম প্ৰৱেশ কৰাৰ দিনা বাঘটোৰ পিচে পিচে খেদি অন্ধ এটা সুৰঙ্গৰ মাজেদি আহি শেষ সীমাত উপনীত হোৱাৰ লগে লগে যি গুৰুগম্ভীৰ সঙ্গীত আৰু মিঠা সুবাস পাইছিল, এয়ে তেনেহ'লে তাৰ উৎস? কিন্তু আহিছে ক'ৰ পৰা? পাৰাপাৰহীন কুঁৱলীৰ বাহিৰেতো অন্য একো নেদেখি। এই মৃদু মৃদু আৰু ধীৰে ধীৰে প্ৰভাৱ পেলোৱা মোহময়ী পৰিবেশে বিজয়ক লাহে লাহে আচ্ছন্ন কৰি পেলাবলৈ ধৰিলে। আজি বিজয়ৰ অতীত যেন শূন্য। ভয় আৰু দ্বিধাহীন ভৱিষ্যতৰ শেষ সীমাত যেন বিজয় উপনীত হ'ল আৰু সকলো ইন্দ্ৰিয় চকুৰ দৃষ্টিত একত্ৰীভূত কৰি দৃষ্টিৰ প্ৰসাৰতা মেলি অজানিতে অজ্ঞাতে এখুজি-দুখুজিকৈ আগুৱাই যাবলৈ ধৰিলে। যুৱকৰ বলোদ্দীপ্ত খোজৰ পৰিবৰ্তে মোহাচ্ছন্ন পুৰুষৰ মন্থৰ গতিৰে বিজয় খুব লাহে লাহে আগবাঢ়ি গ'ল।

হঠাৎ বাঘৰ গৰ্জ্জনে বিজয়ৰ ভৰি স্তব্ধ কৰিলে। বিজয় বৈ গ'ল। সন্মুখত কিন্তু একো নেদেখিলে। মাত্ৰ কুঁৱলীৰ আৱৰণ। ক্ষন্তেক পিচতেই আকৌ ডাঠ কুঁৱলী আঁতৰি যাবলৈ ধৰিলে, কিন্তু পাতল

আৱৰণ এটা বৈ গ'ল। এইবাৰ বিজয়ে দেখিলে নৈৰ পানীৰ পৰাই যেন কুঁৱলীবোৰ ওপৰলৈ উঠি চাৰিওফালে বিয়পি পৰিছে। পাতল কুঁৱলীৰ মাজেদি এইবাৰ তেওঁ দেখিলে নৈৰ পাৰত কিছুদূৰত সেই প্ৰকাণ্ড বাঘটো। পাহাৰৰ পিনে মুৰটো দাঙি গুমৰিবলৈ আৰম্ভ কৰিছে। বিজয়ৰ ভয় লগা উচিত আছিল। কিন্তু তেতিয়া বিজয় ভয়-ভীতি, দ্বিধা-সংকোচ সকলোবোৰৰ পৰা বহুত দূৰৈত। মাত্ৰ সজাগ আৰু সক্ৰিয় হৈ আছে তেওঁৰ চকুৰ দৃষ্টি। হঠাৎ অন্য এটা বিকট গৰ্জ্জনে আকৌ সচকিত কৰি দিয়াৰ লগে লগে তেওঁ দেখিলে পাতল কুঁৱলীৰ মাজেদি আন এটা বাঘ ওলাই আহি নাৰীৰ বাঘৰ সন্মুখত থিয় হৈ জিভাখন মেলিলে। তাৰ পিচত আগ ঠেং দুটা মাটিত খুচৰি নাৰীৰ বাঘটোৰ চাৰিওফালে এবাৰ প্ৰদক্ষিণ কৰি সন্মুখত থিয় হ'ল। বিজয়ে এইবাৰ নতুন বাঘটোক সম্পূৰ্ণৰূপে দেখিলে—বিশেষকৈ চকু দুটা। সেই চকু দুটাত হিংস্ৰ প্ৰতিহিংসা বা জিঘাংসাৰ কোনো ধৰণৰ চিন নাই। সেই চকু দুটাত যেন কাতৰতা, মিনতি আৰু মৰমৰ প্ৰত্যাহ্বানৰ চিন।

নাৰীৰ বাঘৰ মুখৰ পৰা এটা ধ্বনি ওলাই আহিল, সি আনন্দ আৰু আহ্বানৰ সঁহাৰিৰ সজীৱ আৰু নিৰ্ব্বাক প্ৰকাশ। দুয়ো সন্মুখৰ পিনে যাবলৈ ধৰিলে আৰু পাতল কুঁৱলীৰ মাজত অন্তৰ্দ্ধান হৈ গ'ল।

কিন্তু নাৰী ক'ত? নিশ্চয় তেওঁ ওচৰতেই ক'ৰবাত আছে। পুনৰ আগবাঢ়ি যাবৰ কাৰণে বিজয়ে খোজ পেলোৱাৰ লগে লগে চকুৰ আগত যি দৃশ্য উদ্ভাসিত হৈ পৰিল তেওঁৰ খোজ স্তব্ধ হবলৈ বাধ্য হ'ল। পাহাৰৰ কাষত থকা কুঁৱলীআবৃতা নৈখনৰ মাজৰ পৰা ওলাই আহিব খোজা পোহৰটোলৈ সম্পূৰ্ণ দৃষ্টি নিক্ষেপ কৰি চাবলৈ ধৰিলে। সেই পোহৰৰ ক্ষীণ ৰশ্মি কুঁৱলীৰ আৱৰণ ভেদ কৰি সুউচ্চ পাহাৰৰ ওপৰত পৰিছে। স্তব্ধ পানীৰ ওপৰতো যেন আন্ধাৰ আৰু পোহৰৰ লুকাভাকুৰ সূচনা। পোহৰৰ আগমনত অন্ধকাৰে বিদায় মাগি

ধাবলৈ ওলাইছে। কিন্তু যাব খুজিও যাব পৰা নাই। এই পোহৰ আৰু অন্ধকাৰৰ মহাসন্ধিক্ষণত নিজৰ অস্তিত্ব সম্পূৰ্ণৰূপে পাহৰি যোৱা বিজয় অলৰ অচৰ হৈ থিয় হৈ থাকিল। মুহূৰ্ত্ত আৰু তাৰ ভিতৰৰ পল-অনুপল ধীৰে ধীৰে কালৰ বুকুত লয় পাবলৈ ধৰিলে। সময়ৰ প্ৰতিটো বিন্দুৱে যেন অন্ধকাৰৰ প্ৰতিটো বিন্দুক আঁতৰাই পঠাবলৈ ধৰিলে। কিন্তু ই কি? কি দেখিছে বিজয়ে? সামান্যভাৱে পোহৰ পৰা পাহাৰৰ নামনিত সেয়া কি? এটা মূৰ্ত্তি নহয়নে? আধা ছাঁ আৰু আধা পোহৰৰ পানীৰ কুঁৱলিত এটি নাৰীমূৰ্ত্তি! বিজয়ৰ পিনে পিঠি দি থকা নাৰীমূৰ্ত্তি কিন্তু সম্পূৰ্ণ নিৰাবৰণা। দীৰ্ঘাঙ্গী অবয়বৰ, সম্পূৰ্ণ পৰিস্ফুটা নিতোল যৌৱনৰ প্ৰকৃতি-মুক্তা এটি নাৰী দেহ। আঠুলৈকে আলুলায়িত ঘন ক'লা কেশৰাজি। পাতল কুঁৱলীৰ আৱৰণত ঢাক খাই থকা অলৌকিক আৰু অপাৰ্থিৱ পৰিবেশৰ এই দেৱী নাৰীমূৰ্ত্তিৰ শৰীৰৰ পৰা পোহৰৰ এটা কিৰণ—এটা অপূৰ্ব্ব মাদকতা চাৰিওফালে বিয়পি পৰিছে। সদা সৰ্ব্বদা সৰ্ব্বাঙ্গ আবৃতা নাৰী তেনেহলে এয়ে। কিন্তু সম্পূৰ্ণ নিৰাবৰণা কিয়···? ইকি সৌন্দৰ্য্য! কি ৰূপ!! লাহে লাহে পানীৰ মাজৰ পৰা ওলোৱা পোহৰ আগতকৈ স্পষ্টহৈ আহিবলৈ ধৰিলে। কুঁৱলীৰ মাজেদি পোহৰবোৰ পানী আৰু পাহাৰত বিয়পি পৰিল আৰু ঠেকা খাই থুপ খাই ৰ'লহি সেই অপৰূপা নাৰীৰ দেহৰ ওপৰত। তেতিয়া লাহি অপৰূপা নাৰীমূৰ্ত্তি লাহে লাহে পানীলৈ নামি গ'ল আৰু পানীত এটা ডুব দিলে। ক'লা চুলিখিনি পানীত ওপণ্ডি পৰিল। তাৰপিচত পানীৰ পৰা ওলাই এই-বাৰ বিজয় থকা পিনে মুখখন ঘূৰাই থিয় হ'ল। অপাৰ বিস্ময়ত অভিভূত হোৱা বিজয়ৰ মুখৰ পৰা অজানিতে অস্ফুট স্বৰত ওলাই আহিল "অপ-ৰূপা! বিশ্ববিমোহিনী, সুন্দৰ!" ঠিক লগে লগে গোটেই পৃথিৱীৰ আকাশ, পানী আৰু মাটি বিধাতাৰ অকৃপণ হাতৰ সৌন্দৰ্য্যৰ সোণকণা ছটিয়াই পানীৰ মাজৰ পৰা সূৰ্য্যদেৱতা খুব সন্তৰ্পণে ধীৰে ধীৰে ওলাই আহিল। সেই মুহূৰ্ত্ততেই কুঁৱলীৰ এটি ডাঠ আৱৰণ পাহাৰৰ নামনিলৈ চাপলি মেলি গ'ল আৰু তাৰ মাজত নিৰাবৰণা অপৰূপা সৌন্দৰ্য্যশালিনী

নাৰী চকুৰ পলকত নাইকিয়া হৈ গ'ল। সেয়া আছিল বিজয়ৰ জীৱনৰ চৰম মুহূৰ্ত্ত। পঁচিশ বছৰীয়া যৌৱনৰ চকুৰ দৃষ্টিৰ সকলো প্ৰসাৰতা মেলি বিজয় সম্পূৰ্ণ অভিভূত আৰু মায়াচ্ছন্ন হৈ প্ৰখৰতাহীন সূৰ্য্যই বিকীৰণ কৰা ৰশ্মিৰেখাৰ মাজেদি কুঁৱলী ভেদ কৰিবলৈ বাৰে বাৰে চেষ্টা কৰিলে। কিন্তু সীমাহীন এই অনন্ত সৌন্দৰ্য্যৰ আগত সেই দৃষ্টি আছিল সীমাবদ্ধ। এপলক মাত্ৰ মানৱীয় দৃষ্টিৰ আগত ধৰা দিয়া অন্তহীন ৰূপ আকৌ এবাৰ চাবলৈ যেন এই অপাৰ্থিৱ জগতৰ পৰিৱেশত বিজয়ে চিঞৰি উঠিল—

"দৃষ্টি, দৃষ্টি দিয়া মোক, স্পৰ্শ, স্পৰ্শ দিয়া মোক, মোৰ ইন্দ্ৰিয়
অন্ধকূপ, দৃষ্টিৰ প্ৰসাৰ মোক দিয়া
চাবলৈ অন্তহীন ৰূপ। বিশ্ববিমোহিনী সৌন্দৰ্য্য,
সৌন্দৰ্য্য অপৰূপ।"

সূৰ্য্য উদয়ৰ এই স্বৰ্গীয় দৃশ্যৰ পাৰিপাৰ্শ্বিকতাত ক্ষন্তেকৰ কাৰণে দেখা নাৰীমূৰ্ত্তিৰ এই অপাৰ্থিৱ ৰূপ দৰ্শনে বিজয়ৰ অন্তৰত আত্ম-বিস্মৃতি ঘটুৱালে। চকুৰ সেই দৰ্শনে যেন আজি তেওঁৰ অহংবোধক জগাই তুলিলে আৰু তেওঁ নিজকেই প্ৰশ্ন কৰিলে—"মই প্ৰকৃততে কোন?"

সন্মুখৰ পৰা ধুঁৱলি-কুঁৱলীৰ আৱৰণ খহি পৰিল।

## ॥ ষোল ॥

সূৰ্য্যৰ ৰশ্মি পৃথিৱীৰ চৌদিশে সিঁচৰিত হৈ পৰাৰ লগে লগে বিজয় এটা নতুন মানুহত পৰিণত হ'ল। অলৌকিক পৰিবেশৰ সূৰ্য্যোদয়ৰ অন্তহীন সৌন্দৰ্য্যৰ পটভূমিত চকামকাকৈ দেখা প্ৰকৃতি-মুক্তা নিৰাবৰণা আৰু বিধাতাৰ নিখুঁত অপূৰ্ব সৃষ্টি নাৰীৰ স্নিগ্ধ আৰু লাৱণ্যময়ীৰূপে বিজয়ৰ শৰীৰ আৰু মনত যোৱা একুৰি পাঁচটা বছৰত প্ৰলেপ পৰা এই পৃথিৱীৰ মায়াৰ আচ্ছাদন যেন খহাই পেলাবলৈ উপক্ৰম কৰিলে। এই পৃথিৱীৰ মাঁটি, পানীৰ চিনাকি পৰিবেশ, শৈশৱ কৈশোৰৰ-সঙ্গী, শিক্ষা-দীক্ষা, ৰণবীৰ দদাইদেউ-আনকি নৱ-যৌৱনৰ প্ৰথমা নাৰী—এই সকলোবোৰ চকুৰ আগত ধুঁৱলি-কুঁৱলী হৈ দেখা দিলে। তথাপিও মনটো তেওঁ দ্বিধা আৰু সংকোচমুক্ত কৰিব নোৱাৰিলে। গোটেই শৰীৰৰ পৰা মায়াৰ আৱৰণ আঁতৰি যোৱাৰ উপক্ৰম হোৱা স্বত্বেও বিজয়ৰ মনটোৱে কিন্তু দৃঢ়ভাৱে উচ্চাৰণ কৰি উঠিল—"মই বিক্ৰম সিঙৰ পুত্ৰ, ৰণবীৰ সিং দদাইদেউৰ আশ্ৰয়ত লালিত-পালিত হোৱা ডেকা বিজয় সিং।"

এইদ্বিধা আৰুতুমুল অন্তৰ্দ্বন্দ্ব লৈ চঞ্চলপদক্ষেপেৰে নাৰীৰ অন্তেষপুৰত প্ৰৱেশ কৰিলে বিজয়ে—যদিও তেওঁ জানে এই কাৰ্য্য অনুচিত। এতিয়া দুটা প্ৰশ্নই তেওঁৰ অন্তৰত জ্বলন্ত হৈ দেখা দিছে। তাৰে দ্বিতীয় প্ৰশ্নটো হৈছে আজি পুৱতি নিশা বিজয়ৰ চকুৰ আগত ধৰা পৰা অপাৰ্থিৱ নৈ আৰু পাহাৰৰ দোমোজাত সূৰ্য্যোদয়ৰ প্ৰাক্-পৱিত্ৰ মুহূৰ্ত্তত ৰহস্যময়ী নাৰী সম্পূৰ্ণ প্ৰকৃতিমুক্তা হৈ স্নান কৰাৰ কাৰণ কি? আৰু তাৰপিচত নাৰীয়ে নিজকে সৰ্বাঙ্গে আবৃতা কৰি ৰখাৰ কাৰণ কি? তাৰোপৰি কুঁৱলীৰে ঘেৰা পাহাৰৰ পৰা নামি অহা বাঘটোৰ লগত নাৰীৰ সহচৰী বাঘজনী ক'লৈ গুচি গৈছিল? আৰু এটা কথা। অলৌকিক শক্তি-

সম্পন্না নাৰীয়ে বিজয়ে কৰা অনুসৰণৰ কথা একো গম পোৱা নাছিলনে? যদি গম পাইছিল তেন্তে এতিয়ালৈকে বিজয়ক একো কোৱা নাই কিয়? গোটেই কাৰ্য্যটোৱেই বিজয়ৰ বাবে অপৰাধ নহয়নে?

অপৰাধী ভাবটো মনলৈ অহাৰ লগে লগে বিজয়ৰ মনটো ছাট্‌কৈ এবাৰ কঁপি উঠিল। কিন্তু তেওঁৰ অন্তেষপুৰৰ প্ৰৱেশ ব্যাহত নহ'ল। দ্বিধা ভাব আছে যদিও আজি ভীতিৰ ভাব অকণো নাই। আচৰিত কথা, আজি অন্তেষপুৰৰ ভিতৰত থকা নাৰী প্ৰহৰী বা পৰিচাৰিকা কোনেও বিজয়ক বাধা নিদিলে। সকলোৱে যেন সমীহ কৰি তেওঁক বাট এৰি দিলে।

ভিতৰৰ দীঘলীয়া বাৰান্দাখন পাৰ হৈ যোৱাৰ পিচত অৱশেষত বিজয় এটা কোঠাৰ সম্মুখত থিয় দিলেগৈ। দুৱাৰত এখন ডাঠ পৰ্দ্দা আছে আৰু তাৰ সম্মুখত এজনী সুসজ্জিতা প্ৰহৰী থিয় হৈ আছে। এই প্ৰহৰীজনীৰ সাজ-পোছাকআনবোৰতকৈ বেলেগ আৰু অলপউচ্চ ধৰণৰ। বিজয়ক দেখি প্ৰহৰীজনীয়ে হাতত লৈ থকা যাঠিপাত বুকলৈ চপাই আনিলে আৰু মূৰটো দোৱাই পৰ্দ্দাখন দাঙি ধৰিলে। ভিতৰলৈ সোমাই যাবলৈ তাই বিজয়ক চকুৰে ইঙ্গিত দিলে।

প্ৰথমতে সামান্য ইতস্ততঃ ভাব আছিল যদিও নিৰ্ভীকচিত্তে বিজয় সোমাই গ'ল। কোঠাটোত সোমায়ে বিজয়ৰ মনটো বৰ ভাল লাগি গ'ল। সুসজ্জিত কোঠাৰ প্ৰতিটো বস্তু পৰিপাটীকৈ সজাই থোৱা আছে। এই সাজ-সজ্জাই গৃহকৰ্ত্ৰীৰ উচ্চ ৰুচিবোধৰ পৰিচয় দিয়ে।

আহল-বহল কোঠাটোৰ একাষত এখন সুন্দৰভাৱে সজাই থোৱা পালেং। পালেংখন শুধ বগা। কাঠৰ নহয়। পালেংখনলৈ চকু পৰাৰ লগে লগে বিজয়ে দেখিলে সৰ্ব্বাঙ্গ-আবৃতা নাৰী ওপৰলৈ মূৰ কৰি শুই আছে। সামান্য ইতস্ততঃ কৰাৰ লগে লগেই বিজয়ে শুনিবলৈ পালে নাৰীৰ সুললিত কণ্ঠস্বৰ—"আহাঁ, তাতেই ৰ'লা কিয়? আহাঁ, ইয়াত বহাঁহি ···।"

বিজয় এখুজি দুখুজি কৈ আগবাঢ়ি গ'ল, বেৰৰ গাতে লগাই থোৱা

বৃহৎ আৰ্চিখনত নিজৰ শৰীৰটো প্ৰতিবিম্বিত হৈ বিজয়ক যেন সামান্য চমক খুৱাই দিলে। পালেংখনৰ কাষত শিলৰ এখন সৰু আধাৰ আৰু তাৰ ওপৰত এখন শিলৰ থালত বিভিন্নধৰণৰ ফলমূল আৰু কাষত এটা শিলৰ গিলাচত পানী। সেইখনৰ কাষত এখন ওখ আসন। সেই আসনৰ ওপৰত ফুলাম আৰু উৎকৃষ্ট ধৰণৰ কাপোৰ।

"আহাঁ, সেইখনত বহা। দ্বিধা আৰু লজ্জাভাৱ তোমাৰ যোৱা নাই কিয়? বহা—।" শুই থকা অৱস্থাৰ পৰাই নাৰীয়ে ক'লে। কোনো উত্তৰ নিদি বিজয় আসনখনত বহিল। লগে লগে নিজকে এবাৰ প্ৰশ্ন কৰি চালে তেওঁৰ মনৰ পৰা এতিয়াও সঁচাকৈয়ে দ্বিধা আৰু লাজ আঁতৰি যোৱা নাই নেকি?

এইবাৰ নাৰী শোৱাৰ পৰা উঠি পালেংখনত বহিল আৰু বিজয়ৰ মুখলৈ কিছু সময় চাই থাকি ক'লে—"তোমাক দেখিলে তোমাৰ যেন খুব ভাগৰ লাগিছে তেনেকুৱা লাগে। ভাবিছিলো তুমি আৰু আগতেই আহিবা, তোমালৈকে মই বাট চাই আছিলো। কিয় পলম কৰিলা?"

আচৰিত হৈ কাপোৰৰ আৱৰণেৰে ঢাক খাই থকা নাৰীৰ মুখলৈ চালে—সুধিলে—"মই আহিম বুলি জানা? কেনেকৈ জানিলা?"

এই প্ৰশ্নত তেওঁ একো নেমাতিলে। বোধকৰো হাঁহিলে।

"তুমি আহিবা বুলি জানো কাৰণেইতো সেয়া সজাই থৈছো। খোৱা, পলম নকৰিবা। তোমাৰ ভোক-পিয়াহ আৰু ভাগৰ লাগিছে বুলি মই অনুমান কৰিছো। অনুমানেই নহয়—মই জানো···"

"কেনেকৈ জানিলা তুমি?···" এইবাৰো তেওঁ তাৰ উত্তৰ নিদিলে। তেওঁৰ এনে নিস্তব্ধতাত বিজয়ো আচৰিত নহ'ল। এই ৰহস্যময়ী নাৰীয়ে সকলো কথাই জানে যেতিয়া বিজয়ৰ ভোক-পিয়াহ আৰু ভাগৰ লগাৰ বিষয়ে জনাটোত আচৰিত হ'বলগীয়া কি আছে। তেনেহ'লে আজি ব্ৰহ্মপুৰাতে সেই সম্পূৰ্ণ মায়াভৰা পৰিবেশত নিৰাবৰণা ৰূপত দেখা কথাও নিশ্চয় এওঁ জানে। কথাষাৰ ভবাৰ লগে লগে বিজয়ৰ অন্তৰখন আকৌ কঁপি উঠিল। তেওঁ নাৰীলৈ চালে। তেওঁ তেতিয়া অসীম

আগ্ৰহেৰে বিজয়ৰ মুখখনলৈ চাই আছিল। নাৰীয়ে এইবাৰ সশব্দে হাঁহি উঠিল। চকুটো নমাই বিজয়ে কৈ উঠিল—"কিয় হাঁহিছা ?"

"এনেয়ে হাঁহিছো। কিয়, মই হাঁহিবও নেপায়নেকি ? তুমি ভাবিছা চাগৈ ৰহস্যৰ জালেৰে নিজকে আবৃত কৰি ৰখা এই নাৰীয়ে কেৱল খং কৰিব পাৰে, দোষীক শাস্তি দিব পাৰে আৰু মৃত্যুদণ্ড দিব পাৰে। মই হাঁহাটো শোভা নেপায় নহয়নে ?".

পুৱতি নিশাৰ অপৰাধ ভাৰটোৱে বিজয়ক বাৰে বাৰে আমনি দি আছিল। নহলে বুকু ফিন্দাই বিজয়ে নাৰীৰ এই কথাৰ সমিধান উপযুক্ত-ভাৱে দিব পাৰিলেহেঁতেন। তথাপিও তেওঁ ক'লে—"শোভা নেপায় বুলি মই কোৱা নাই। কিন্তু হঠাৎ কিয় হাঁহিলা তাকেহে সুধিলো।"

"এইবোৰ অলাগতিয়াল কথাৰ কিবা প্ৰয়োজন আছে জানো ? আগতে তুমি খাই লোৱা। তাৰপিচত তোমাৰ সকলো প্ৰশ্নৰ উত্তৰেই মই দিম। তোমাৰ মনত থকা সকলো সন্দেহ মই নিৰসন কৰিম। —খোৱা।"

ভোক, পিয়াহ আৰু ভাগৰে বিজয়ক বৰ অৱশ কৰি পেলাইছিল। দ্বিধা আৰু সংকোচ পৰিহাৰ কৰি থালত ফলমূলখিনি খাই তেওঁ শেষ কৰিলে। তাৰপিচত পানী গিলাচ খালে।

নাৰীয়ে সুধিলে—"আৰু লাগিবনেকি কোৱা ?" ভালকৈ খাই লোৱা। লাজ নকৰিবা···।"

"নেলাগে,—মোৰ পেট ভৰি গ'ল। ফলমূল আৰু পানীখিনি খোৱাৰ পিচত বিজয়ৰ শৰীৰত থকা অৱসাদ আৰু মনৰ জড়তা সম্পূৰ্ণৰূপে নাইকিয়া হৈ গ'ল, মনৰ বল আৰু সাহস যেন আকৌ ঘূৰি আহিল। এইবাৰ নাৰীয়ে বিজয়লৈ চাই ক'লে—"অলপ আগতে মই হঠাৎ হাঁহি-ছিলো আৰু তুমি সুধিছিলা তাৰ কাৰণ কি ? নহয় নে ?"

"তাৰ উত্তৰ মই নেপালো।"

"হঠাৎ কিয় হাঁহিছিলো জানা ? তুমি মনে মনে কিবা এটা ভৱাৰ পিচত মোলৈ যেতিয়া চাইছিলা তোমাৰ সেই মুখখনত ভয় মিহলি হৈ

আছিল। বীৰ্য্যবাহনৰ মুখত এতিয়াও ভয় দেখি মোৰ হাঁহি উঠিছিল। ভয়ৰ ভাব ফুটি উঠা মুখখন দেখি বৰ ভাল লাগে, খুব মৰম লাগে।"

"কিন্তু তুমিতো নেজানা কিয় মই তোমালৈ ভয়েৰে চাইছিলো।"

"জানো, বীৰ্য্যবাহন সেই কাৰণেই মোৰ হাঁহি উঠিছিল।"

"জানা! কি জানা তুমি?"

"জানো, আজি ব্ৰহ্মপুৰা সুৰঙ্গৰ তলেদি ভূগৰ্ভৰ ভিতৰলৈ সোমাই গৈ তুমি সঞ্জীৱনী নৈৰ পাৰত থিয় হৈছিলা আৰু স্ৰোতবিহীন সেই নৈখনৰ মাজৰ পৰা ওলাই অহা বাষ্পৰূপী জীৱনী-শক্তিৰ মাজেদি তুমি মোক দেখিছিলা আৰু দেখিছিলা এটা অভাৱনীয় নতুন ৰূপত। তেতিয়া পানীৰ তলৰ পৰা লাহে লাহে ওলাই অহা সূৰ্য্যৰ পোহৰত বিস্ময়াভিভূত হৈ তুমি মোৰ অস্পষ্ট মূৰ্ত্তিটো ভালদৰে চাবৰ কাৰণে উদ্‌বাউল হৈ পৰিছিলা। তাৰপিচত তুমি আৰু মোক দেখা নাছিলা। কিন্তু মই তোমাক দেখিছিলো বীৰ্যাবাহন। তোমাৰ চকুৱে মুখে বিস্ময় সনা আছিল কিন্তু তাৰ মাজতো বেছিকৈ প্ৰকট হৈ পৰিছিল অপৰিসীম আনন্দৰ ৰূপৰেখা। তেতিয়া তুমি বিস্ময় আৰু আনন্দত মুখেৰে কিবাকিবি উচ্চাৰণ কৰিছিলা ।"

"মই যদিও তোমাক ধূঁৱলি-কুঁৱলীকৈ অস্পষ্ট ৰূপত দেখিছিলো তথাপিও মই জানো সেয়া মোৰ অপৰাধ আছিল। বিশেষকৈ তুমি সকলো সময়তে নিজৰ সৰ্বশৰীৰ কাপোৰৰ আৱৰণেৰে ঢাক খুৱাই থোৱা; তেনেস্থলত আজি তুমি স্নান কৰি থকা অৱস্থাত মই মনে মনে চোৱাটো মোৰ কাৰণে এটা অক্ষমনীয় অপৰাধ হৈছে। সেই কাৰণেই··· ।"

"তোমাৰ অকণো অপৰাধ হোৱা নাই বীৰ্য্যবাহন। পাহৰি নেযাবা, সদায়ে নিজক আবৃত কৰি ৰখা মোৰ স্বাভাৱিক আৰু প্ৰকৃতিমুক্তা ৰূপ চোৱাৰ অধিকাৰ আছে একমাত্ৰ বীৰ্যবাহনৰহে, অন্য কাৰো নাই। ···আৰু শুনা তুমি মোৰ পিচে পিচে মোক অনুসৰণ কৰি গৈছা বুলি মই জানো। তুমি যদি মোৰ অবাঞ্ছিত অনুসৰণকাৰী হ'লাহেঁতেন তেন্তে

তুমি সুৰঙ্গতেই বাধা পালাহেঁতেন। মোৰ বাবেও অনধিকাৰ প্ৰৱেশ-কাৰীক বহু আগতেই বাধা দিলেহেঁতেন। কিন্তু বীৰ্য্যবাহন, তুমি মোৰ সম্পূৰ্ণ বাঞ্ছিত আৰু আজি ব্ৰহ্মপুৰা তুমি মোক তেনে ৰূপত দেখা মোৰেই কাম্য আছিল⋯।"

"আচৰিত!" —অস্ফুট স্বৰত বিজয়ৰ কণ্ঠৰ পৰা ওলাই আহিল।

"কি আচৰিত বীৰ্য্যবাহন?"

"আচৰিত তোমাৰ এই অপাৰ ৰহস্য। কিন্তু তুমি মোৰ দৃষ্টিত অস্পষ্টভাৱে প্ৰকৃতিমুক্তা ৰূপত ধৰা দিয়াৰ পিচতো এতিয়াও তুমি কিয় পূৰ্বৰ দৰে নিজকে আবৃত কৰি ৰাখিছা?"

"কাৰণ মোৰ কাম এতিয়াও শেষ হোৱা নাই। আৰু এই ৰহস্যাবৃতা ৰূপৰ প্ৰয়োজন তোমাৰ কাৰণেই। যুগৰ পিচত যুগ পাৰ হৈ যোৱাৰ পিচত তুমি মোৰ ওচৰলৈ আহিলা বীৰ্য্যবাহন। তাৰ পিচত মোৰ সৰ্ব্বাঙ্গ শৰীৰৰ ওপৰত থকা আৱৰণৰ কোনো প্ৰয়োজন নাছিল। তুমি দূৰৈৰ পৰা মোৰ অনাবৃত শৰীৰ দেখাৰ পিচতো এতিয়াও এই মুহূৰ্ত্তলৈকে নিজক ঢাকি ৰখাৰ কাৰণ কি তুমি নেজানা⋯।" নাৰীৰ কণ্ঠত যেন এটা বেদনাৰ সুৰ।

"কি?" বিজয়ৰ কণ্ঠত উৎকণ্ঠা।

"কাৰণ আজি কেইদিনমানৰ আগতে তুমি মোৰ ওচৰলৈ আহোঁতে তোমাৰ শৰীৰ আৰু মনত পঁচিশ বছৰীয়া পৃথিবীৰ যি সংস্কাৰ আৰু মোহ লৈ আহিছিলা, সেই স্মৃতিৰ ক্ষুদ্ৰকণা এতিয়াও তোমাৰ শৰীৰ আৰু মনত বৰ্ত্তমান। তোমাৰ পূৰ্বৰ প্ৰকৃত পৰিচিত বীৰ্য্যবাহনক এই পৃথিৱীৰ মায়া-মোহ, জড়তা, ভয়-সংকোচ পঁচিশে বছৰীয়া ঠেক পৰিবেশৰ মাজত চেপি এটা নতুন মানুহৰ জন্ম দিছে। তুমি ভাবিছা সেই নতুন মানুহৰ পৰিচয়েই তোমাৰ প্ৰকৃত পৰিচয়। আজি ব্ৰহ্মপুৰাৰ সেই পৱিত্ৰ পৰিবেশত তোমাৰ চকুৰ আগত থকা মায়া, জড়তা, সংকোচ আৰু ভয় বহুখিনি নাইকিয়া হ'ল যদিও এতিয়াও তোমাৰ মনত সন্দেহ আছে।

এতিয়াও তুমি দাঠি ক'ব নোৱাৰা যে তুমি বীৰ্য্যবাহন। অথচ মই তোমাৰ কাৰণে অনন্তকাল বৈ আছো; কিন্তু এতিয়াও তুমি মোৰ ওচৰলৈ আহি মোৰ হাতখন তোমাৰ হাতত তুলি ল'ব পৰা নাই।"

"তুমি এইবোৰ কি কৈছা?" বিজয়ে চিঞৰি দিলে আৰু ক'বলৈ ধৰিলে—"কোনো আৱেগ বা সংস্কাৰক তোমাৰ অন্তৰত স্থান নিদি মোক যুক্তিৰে বুজাই দিবানে যে মই বীৰ্য্যবাহন?"

"আজি ব্ৰহ্মপুত্ৰৰ ভূগৰ্ভৰ মাজেদি তুমি য'লৈ গৈছিলা আৰু যি দেখিছিলা তাত তুমি যুক্তি বিচাৰিছিলানে? নৈ খনৰ পৰা অবিৰতভাৱে যে ওপৰলৈ উঠি আহিছিল বাষ্পৰাজি, হঠাৎ মোৰ বাঘটো পাহাৰৰ গভীৰতাত শেষ হৈ গৈছিল, সূৰ্য্যৰ শান্ত-সৌম্য ৰশ্মি বিকীৰণ হৈছিল আৰু সম্পূৰ্ণ ভিন্ন ৰূপত নাতিশীতোষ্ণ জলত মোক গা ধুই থকা দেখিছিলা, তাৰ মাজত তুমি যুক্তি বিচৰা নাছিলা আৰু বিচৰা হলেও যুক্তি নেপালাহেঁতেন। বীৰ্য্যবাহন, তোমাক মই কৈছিলো তোমাৰ ষষ্ঠ ইন্দ্ৰিয়ৰ সূক্ষ্ম অনুভূতিৰে তোমাৰ পৰিচয় বিচাৰিবলৈ চেষ্টা কৰা।"

"কিন্তু বীৰ্য্যবাহন আছিল মোৰ বংশৰ আদি পুৰুষ আৰু সেয়া আজিৰ পৰা হেজাৰ বছৰৰ আগৰ কথা। মোক আজি বীৰ্য্যবাহন বুলি সম্বোধন কৰিলে যুক্তি বাদ দিলেও মোৰ মনটোৱে নেমানে। ই জানো বলিয়াৰ প্ৰলাপ নহয়…?"

নাৰীয়ে এইবাৰো এটা কাঠ হাঁহি মাৰিলে।

"আকৌ হাঁহিলা তুমি?"

"হাঁহিলো এই কাৰণেই যে তুমি নিজকে বীৰ্য্যবাহন বুলি ভাবিব নোৱাৰিলেও তুমি অৱশেষত মোৰ ওচৰলৈ ঘূৰি আহিলা। মোৰ ওচৰত ধৰা দিলা। তুমি আহিছিলা মোৰ ওপৰত প্ৰতিশোধ ল'বলৈ। তুমি আনকি মোক হত্যা কৰিবলৈকো উদ্যত হৈছিলা।"

"প্ৰতিশোধ মই কিয় নল'ম? কাৰণ তুমি মোৰ আদি-পুৰুষক হত্যা কৰিছিলা।"

"ইয়াৰ উত্তৰ মই দিছো বীৰ্য্যবাহন।। স্বামীক হত্যা কৰাৰ দুৰ্মতি কোনো নাৰীৰ নাই। ক্ষুদ্ৰ মানৱীয় দৃষ্টিৰে হয়তো মদগৰ্ব্বী আৰু নিজৰ ৰূপ-যৌৱনত অহংকাৰী চেলিবিচৰ ৰাজকন্যা স্বৰ্ণদেৱীয়ে তোমাক মই হত্যা কৰা দেখিব পাৰে। কিন্তু সেই ক্ষুদ্ৰ বুদ্ধিৰ নাৰী আছিল মূৰ্খ। মই মাত্ৰ মোৰ বৃহৎ স্বাৰ্থৰ কাৰণে তোমাক সাময়িকভাৱে এই পৃথিৱীৰ পৰা আঁতৰাই দিছিলো···।"

"তোমাৰ স্বাৰ্থ?"

"তোমাক পোৱাৰ স্বাৰ্থ। তোমাক ভালপোৱাৰ স্বাৰ্থ।"

"বহুত শুনিছো নাৰী, তোমাৰ আবেগ, বিশ্বাস, যুক্তিহীন কথাবোৰ বন্ধ কৰা। তোমাৰ মুখত মোৰ আদি মাতৃ স্বৰ্ণদেৱীৰ বিষয়ে কোনো কথা, কুৎসা শুনিব নোখোজো। তোমাৰ স্বাৰ্থৰ কাৰণেই এজনী নাৰীক স্বামী-বঞ্চিতা কৰিলা। কিন্তু তুমি মোক উত্তৰ দিবানে এজনী পত্নী থকা স্বত্বেও তুমি কিয় বীৰ্য্যবাহনক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছিলা আৰু পৃথিৱীৰ পৰা আঁতৰাই পঠিয়াইছিলা?"

বিজয়ৰ এই কঠোৰ উক্তি শুনাৰ লগে লগে নাৰী বিচনাৰ পৰা নামি থিয় হ'ল আৰু বিজয়ৰ ওচৰ চাপি গ'ল। তাৰ পিচত কোমল লাহি আঙুলী কিটাৰে বিজয়ৰ ঠুঁতৰিত ধৰিলে। এই প্ৰথমবাৰৰ বাবে নাৰীৰ স্পৰ্শ পাই বিজয় শিহৰিত হৈ উঠিল। তাৰ পিচত মৃদু কোমল কণ্ঠৰে নাৰীয়ে ক'বলৈ ধৰিলে—"তোমাৰ আৰু মোৰ সম্বন্ধৰ মাজত যুক্তিতৰ্কৰ স্থান নাই।"

উত্তেজিত স্বৰেৰে বিজয়ে চিঞৰি উঠিল—"কিন্তু তুমি এই কথা অস্বীকাৰ কৰিব নোৱাৰা—এগৰাকী পত্নী থকা সত্বেও তুমি বীৰ্য্যবাহনক স্বামীৰূপে পাবলৈ ইচ্ছা কৰিছিলা। তুমি সেই পুৰি মৰি একো উপায় নেপাই বীৰ্য্যবাহনকে মৃত্যুদণ্ড দিছিলা।"

এইবাৰ ক্ষোভ আৰু দুখত নাৰীয়ে প্ৰতিবাদ কৰি উঠিল—"মিছা কথা বীৰ্য্যবাহন, তোমাক মই মৃত্যুদণ্ড দিয়া নাছিলো। তুমি নেজানা তোমাক সম্পূৰ্ণৰূপে পাবৰ কাৰণে এই পৃথিৱীৰ পৰা মাত্ৰ

সাময়িকভাৱে আঁতৰাই দিছিলো। কিয় তুমি মোক বিশ্বাস কৰিব নোখোজা ?”

“তোমাৰ আৰু মোৰ মাজত যুক্তিতৰ্কৰ স্থান নাই বুলি তুমি কৈছা। যুক্তি আৰু তৰ্কৰ যদি প্ৰয়োজন নাই তেন্তে কিহৰ প্ৰয়োজন মোক বুজাই ক'বানে ? তোমাৰ আৰু বীৰ্য্যবাহনৰ মাজত তেতিয়াও যুক্তিৰ সম্বন্ধ নাছিল। থকা হলে তেওঁ কেতিয়াও প্ৰত্যাখ্যান নকৰিলে-হেঁতেন। তেনেহলে কি আশা আৰু ভৰসাৰ ওপৰত নিৰ্ভৰ কৰি তুমি বীৰ্য্যবাহনৰ কাষ চাপিছিলা ?” উত্তেজনাত বিজয় কঁপিবলৈ ধৰিলে।

নাৰীও নিমাত। তেওঁৰ মুখৰ পৰা উত্তৰ শুনিবলৈ বিজয় অস্থিৰ হৈ পৰিল আৰু তেওঁৰ আবৃতা মুখখনলৈ চালে। কিন্তু আচৰিত, বস্ত্ৰ-আৱৰণৰ তলৰ পৰা এটা উচুপনিৰ বাহিৰে বিজয়ে একো নুশুনিলে। ৰহস্যময়ীয়ে কান্দিছে। কিয় ? ই তেনেহলে বিজয়ৰ যুক্তিৰ সন্মুখত ঘটা নাৰীৰ পৰাজয়ৰ কান্দোন ? এই উচুপনিৰ মাজতেই নাৰীয়ে ক'বলৈ ধৰিলে—

“তোমাৰে মোৰে কি সম্বন্ধ ? কি আশা আৰু ভৰসাৰ ওপৰত নিৰ্ভৰ কৰিছিলো মই ? তুমি মোক প্ৰত্যাখ্যান কৰিছিলা কিয় ? ...আন এজনী নাৰীয়ে তোমাৰ চকুৰ আগত মায়াৰ আৱৰণৰ সৃষ্টি কৰিছিল যাৰ ফলত তুমি তোমাৰ চৰ্ম্ম চকুৰে মোক চিনি পোৱা নাছিলা। কিন্তু আজি ?”—উচুপি উচুপি নাৰী থমকি ৰ'ল। উচুপনি বন্ধ কৰিবলৈ চেষ্টা কৰিলে।

“কিন্তু মই যুক্তিকহে মানো। ভাৱাবেগ বা অনুভূতিক মই প্ৰশ্ৰয় নিদিওঁ। যুক্তিৰে মোক বুজাই দিয়া। তোমাৰ কথাৰে—যুক্তিৰে বুজাই দিয়াময়েই তোমাৰ সেই বীৰ্য্যবাহন।”

বিজয়ৰ শ্লেষ মিশ্ৰিত হাঁহি শেষ নহ'ল। তাৰ আগতেই এইবাৰ নাৰীয়ে ক্ষোভ আৰু দুখৰ খণ্ডত জ্বলি উঠি উচ্চস্বৰত কৈ উঠিল—“তেনে-হলে এয়ে মোৰ শেষ পৰীক্ষা বীৰ্য্যবাহন। তোমাৰ যুক্তিৰ দৃষ্টিৰে মোৰ মুখৰ পিনে এবাৰ চোৱা। চাই যদি তুমি দেখা তোমাৰে মোৰে

কোনো কালেই পৰিচয় নাছিল, কোনো সম্বন্ধ নাছিল আৰু তুমি মোৰ বীৰ্য্যবাহন নোহোৱা তেন্তে আজি এইমুহূৰ্ত্তত এই পৃথিৱীৰ পৰা মই নাইকিয়া হৈ যাম।"

নাৰী বৰ উত্তেজিত হৈ পৰিছিল। তেওঁৰ খণ্ডত ভীত হৈ বিজয়ে তললৈ মূৰ কৰি দিছিল। নাৰীয়ে আকৌ লগে লগে চিঞৰি উঠিল— "চোৱা, নোচোৱা কিয় ? তোমাৰ যুক্তিৰ দৃষ্টিৰে মোলৈ চোৱা।"

মূৰ তুলি চকুৰ আগত বিজয়ে যি দেখিলে বিজয়ৰ ভৰিৰ তলৰ মাটি যেন কঁপিবলৈ ধৰিলে। এটা মুহূৰ্ত্তৰ বাবে মুখৰ আৱৰণ আঁতৰাই বিজয়ৰ সন্মুখত এইয়া কোন থিয় হৈ ব্যাকুল দৃষ্টিৰে বিজয়লৈ চাই আছে ? বিজয়ৰ চকুৰ আগত যেন ওপৰা-ওপৰিকৈ কেবাবাৰো দৃশ্যপটৰ পৰিবৰ্ত্তন ঘটিল।

নিথৰ হৈ তেওঁলৈ চাই থকা অপূৰ্ব্ব সৌন্দৰ্য্যমণ্ডিত এখন মুখ ; চকুত মুক্তাৰদৰে দুটোপাল পানী। বাক্‌ৰুদ্ধ বিজয়। তেওঁ চকুকিটা জপাই দিলে। সেই একে কমনীয়তা, সৌন্দৰ্য্য আৰু মমতা ভৰা সেই একেখন মুখ। অন্তৰৰ অৱচেতন মনত অহৰ্নিশে জ্বলিথকা মুখখনৰ হুবহু প্ৰতিফলন।··হঠাৎ বিদ্যুৎ তৰঙ্গৰ দৰে বিজয়ৰ গোটেই শৰীৰটো কঁপি উঠিল। অতদিনে মহাকালৰ গৰ্ভত লীন হৈ যাব খোজা এই মুখখনে তেওঁৰ অন্তৰত তীব্ৰভাৱে খুন্দা মাৰি দিলে। চকুৰ আগত ভাঁহি উঠিল যুগ-যুগান্তৰৰ অতি চিনাকি এটি নাৰী মূৰ্ত্তি।

বিজয়ৰ মুখৰ পৰা অস্ফুট স্বৰত ওলাই আহিল— "তুমি !!"

ধীৰে ধীৰে নাৰীৰ সৌম্য মুখখনত এটি তৃপ্তিৰ হাঁহি বিৰিঙি উঠিল। এয়া হয়তো হেজাৰ বছৰৰ হৃত সম্পদ ঘূৰাই পোৱাৰ তৃপ্তি। আনন্দাশ্ৰুত চকু চিক্‌মিকাই উঠিল।

"তোমাক মই চিনিপাইছো, তুমি···"

আনন্দত অসংযত হৈ যাব খোজা মনটো তৎক্ষণাত সংযত কৰি মুখখন পুনৰ বস্ত্ৰাবৃত কৰি নাৰীয়ে কোমল মধুৰ কণ্ঠেৰে ক'লে—"চিনি পাইছা ? এতিয়া কোৱা বীৰ্য্যবাহন, মই কোন ??"

"তুমি···তুমি মহাশ্বেতা !"

## ॥ সোতৰ ॥

"বীৰ্যাবাহন তুমি কি ভাবিছা মই জানো"—শুভ্ৰ বসনা মহাশ্বেতা ক'ৰবাৰ পৰা আহি বিজয়ক ক'লে। মহাশ্বেতাৰ পিচে পিচে বিৰাট বাঘটো ধীৰ খোজেৰে গাটো লৰাই লৰাই আহিছে। মহাশ্বেতাৰ মাত শুনি বিজয়ে চকুকিটা মেলি চালে। বাঘটো দেখি তেওঁৰ ভাল নেলাগিল। বিজয়ৰ মনৰ ভাব বুজিব পাৰি মহাশ্বেতাই আকৌ ক'লে—"বাঘটোৰ প্ৰতি তোমাৰ ভয়ৰ ভাব এতিয়াও আঁতৰা নাই কিয়"… বাঘটোৱে তেতিয়া শুই থকা বিজয়ৰ হাত এখনত তাৰ জিভাখন মেলি চেলেকি দিলে। বিজয়ে তাৰ নোমাল ডিঙিটোত থপৰিয়াই দিলে। বাঘটো বিচনাখনৰ তলত বহিল।

"দেখিলা সি তোমাৰ কিমান বশ হৈ পৰিছে। অথচ ইয়াৰ নিচিনা ভয়াবহ আৰু হিংস্ৰ প্ৰাণী ক'তো নাই। সচৰাচৰ দেখা বাঘতকৈ ই বহুগুণে বেছি শক্তিশালী আৰু বেছি হিংস্ৰ।"

"কিয় বশ হৈ গ'ল ?"

"মহাশ্বেতাৰ স্বামী বীৰ্য্যবাহনক সি চিনি পালে। মোৰ আদেশ সি যিদৰে আখৰে আখৰে পালন কৰে—তোমাৰ আদেশো সি ঠিক একেদৰেই পালন কৰিব।"

"মহাশ্বেতাৰ স্বামী ? এতিয়াওতো তোমাক মই গ্ৰহণ কৰা নাই। তেন্তে তোমাৰ স্বামী মই কেনেকৈ হ'লো ?"

"সেই বিষয়েই তোমাৰ লগত কথা পাতিবলৈ আহিছিলো বীৰ্য্যবাহন। যদিও যিদিনাৰ পৰা তোমাৰ কাৰণে মই অপেক্ষা কৰি আছিলো, সেই দিনাই আমাৰ বিয়া হৈ গৈছে, তথাপিও তুমি বোধকৰো মনে মনে

মানি ল'ব পৰা নাই। তুমি মোক মহাশ্বেতা বুলি চিনি পাইছা আৰু বীৰ্য্যবাহন বুলি নিজকো চিনি পাইছা। কিন্তু আমাৰ দুয়োৰে মিলনৰ কথা তোমাৰ মনত খেলোৱা নাই। অৱশ্যে মনত নপৰাটো খুব স্বাভাৱিক। সেয়েহে আমাৰ এতিয়াও বিয়া হোৱা নাই বুলি তুমি কৈছা। তোমাৰ এই মনৰ ভাব ময়ো মানি লৈছো আৰু অচিৰেই আমাৰ দুয়োৰে অগ্নি-সাক্ষীৰে বিবাহ সম্পন্ন হ'ব।"

"অগ্নি-সাক্ষী? এটা কথা মোৰ কিন্তু এতিয়াও বোধগম্য হোৱা নাই মহাশ্বেতা। বীৰ্য্যবাহনে হেজাৰ বছৰৰ পিচত মহাশ্বেতাক বিচাৰি পালে আৰু তুমি বীৰ্য্যবাহনৰ কাৰণে যুগ যুগ ধৰি আকুলভাৱে প্ৰতীক্ষা কৰিলা। কিন্তু তুমি এতিয়াও মোৰ পৰা কিয় আঁতৰি আঁতৰি ফুৰিছা? ধৰা দিও কিয় ধৰা দিব খোজা নাই? এতিয়াও কিয় ৰহস্যময়ী হৈ আছা?"

"ইয়াৰ কাৰণ অলপ আগতেই মই ব্যাখ্যা কৰিছো। তুমি মোক যেতিয়া সম্পূৰ্ণকৈ গ্ৰহণ কৰিবা আৰু দুয়ো যেতিয়া অভিন্ন আত্মাত পৰিণত হ'ম মই তেতিয়াহে তোমাৰ ওচৰত ধৰা দিম। এতিয়াও মোক ৰহস্যময়ী বুলি কৈ মনত আঘাত নিদিবা। এতিয়া নিজকে তোমাৰ ওচৰত লুকুৱাই ৰখা ৰহস্যময়ী মই নহওঁ। অৱশ্যে এতিয়াও এটা ডাঙৰ ৰহস্য মোৰ জীৱনটোত জড়িত হৈ আছে, যাৰ বিষয়ে তুমি অচিৰেই জানিব পাৰিবা।"

"ৰহস্য? কিন্তু কেতিয়া মহাশ্বেতা?"

"যিদিনাই অগ্নি-সাক্ষী কৰি দুয়ো দুয়োকো হেজাৰ হেজাৰ বসন্ত, হেজাৰ শীত, হেজাৰ বৰ্ষা, শৰৎ, হেমন্ত আৰু হেজাৰ গ্ৰীষ্মৰ কাৰণে গ্ৰহণ কৰিম।"

"হেজাৰ? কিন্তু কোন দিনা?"

"পৰহিলৈ — পূৰ্ণিমাৰ দিনা। পৰহি আটাইতকৈ ভাল দিন আৰু ভাল তিথি। পৰহিলৈ মোৰ জীৱনৰ ৰহস্যৰ বৃত্তান্ত তোমাক জনাম আৰু সেই ৰহস্যৰ অসীম শক্তি তোমাৰ শৰীৰ আৰু মনতো

আৰোপিত হোৱাৰ পিচত আমাৰ পবিত্ৰ শুভ-পৰিণয়ৰ অনুষ্ঠান অনুষ্ঠিত হ'ব।"

মহাশ্বেতাৰ কথাবোৰ ভাবি ভাবি বিজয় পুনৰ আনমনা হৈ পৰিল।

"কি ভাবিছা আকৌ?"

"তুমি সঁচাকৈয়েই ৰহস্যময়ী মহাশ্বেতা। এই ৰহস্যৰ শেষ ক'ত তাকেই ভাবিছো।"

"এই ৰহস্যৰ অৱসান হ'ব পৰশিলৈ। এই পূৰ্ণিমাৰ বাবে তুমি এটা দিন ধৈৰ্য্য ধৰা। তাৰ আগতে তোমাক মই কালিলৈ মোৰ পাতল প্ৰকোষ্ঠলৈ লৈ যাম, য'ত তুমি আন এটা ৰহস্যৰ সন্ধান পাবা আৰু তাতেই তুমি তোমাৰ মনত এতিয়াও বাৰে বাৰে উদয় হোৱা প্ৰশ্নৰ সমিধান পাবা।"

"মোৰ মনততো কোনো ধৰণৰ প্ৰশ্নৰ উদয় হোৱা নাই। মনত কিবা প্ৰশ্ন উদয় হোৱাৰ আগতে তোমাৰ পৰাই তাৰ উত্তৰ পাইছো।"

কোমল আৰু মৃদু হাঁহি এটাৰে মহাশ্বেতাই উত্তৰ দিলে—"তোমাৰ মনৰ অতল তলীত এটা প্ৰশ্ন মোৰ মুখৰ ওপৰত থকা আৱৰণৰ দৰেই এতিয়াও ঢাক খাই আছে। সেই প্ৰশ্নই আৱৰণ ভেদ কৰি তোমাৰ চেতন মনত কোনোদিনেই ভুমুকি মৰা নাই। গতিকে সেই প্ৰশ্নৰ কথা তুমি নেজানা।"

"কি প্ৰশ্ন?"

"সেই প্ৰশ্নৰ সমিধান তোমাক মই কাইলৈ দিম। তুমি মোৰ লগত যাব লাগিব।"

"কিন্তু ক'লৈ?"

পাতালপুৰীৰ ৰহস্যৰ কথা ভাবি বিজয়ে কোনোমতে ৰাতিটো অতিবাহিত কৰিলে। পিছদিনাও গোটেই দিনটো ছাটিফুটি কৰি কটালে।

অৱশেষত গধূলি মহাশ্বেতা আহিল। বহুত প্ৰশ্নই বিজয়ক ব্যতি-ব্যস্ত কৰি তুলিছিল। সকলোবোৰ দমন কৰি মহাশ্বেতাই লৈ যাব

খোজা ঠাইলৈ তেওঁৰ পিচে পিচে যাবলৈ ধৰিলে। তেওঁলোকৰ পিচে পিচে বাঘটো।

তিনিও অন্তেষপুৰৰ প্ৰাঙ্গনত ভৰি দিলে আৰু কিছুদূৰ যোৱাৰ পিচত তললৈ নামি যোৱাৰ এটা বাট পালে। সেই বাটটোৰেদি কিছু দূৰ নামি গৈ এখন সমতল ঠাইত এটা প্ৰকাণ্ড শিলৰ গুহাৰ মুখ দেখিবলৈ পালে।

"আহাঁ, এই ফালেদি মোৰ পিচে পিচে আহি থাকা। বহুত তললৈ নামিব লাগিব। অৱশ্যে ভিতৰখন বেছ পোহৰ⋯।" কৈ কৈ মহাশ্বেতা খটখটীয়েদি তললৈ নামি যাবলৈ ধৰিলে। আজি চতুৰ্দ্দশীৰ এই জোনাক ৰাতি মহাশ্বেতাক লঘু চঞ্চল খোজত দেও দি যোৱা এজনী চঞ্চলা-চপলা যোড়শী যেন লাগিছে। জোনাকৰ পোহৰটোৱে মহাশ্বেতাৰ আবৃতা মুখ আৰু গোটেই শৰীৰটোত এটা অপূৰ্ব্ব মাদকতাৰ সৃষ্টি কৰিছে। ৰহস্যঘেৰা স্বপ্নময় এই পৰিবেশত নিৰ্ব্বাক হৈ বিজয়ে মহাশ্বেতাক অনুসৰণ কৰি শিলৰ খট্‌খটী ভাঙি ভাঙি তললৈ নামি যাবলৈ ধৰিলে। পিচে পিচে বাঘটো। কোনে জানে এই খট্‌খটীৰ শেষ ক'ত? কোনে জানে ইয়াৰ পিচত কি ৰহস্য বিজয়ৰ কাৰণে অপেক্ষা কৰি আছে?

তললৈ নামি যোৱা খট্‌খটীৰ দুয়ো কাষে শিলৰ মিহি দেৱাল। বাটটো বেছ ঠেক, মাত্ৰ এজন মানুহহে যাব পাৰে। শিলৰ খট্‌খটীবোৰ যেন আজি শ শ বছৰৰ আগতে কোনোবাই নিৰ্ম্মাণ কৰা। কিন্তু প্ৰত্যেক খট্‌খটীত ভৰি দিয়া ঠাইখিনি একেবাৰে ক্ষয় গৈছে। কথাষাৰ ভাবি বিজয় আচৰিত হ'ল। অজ্ঞাত আৰু জনমানৱহীন এই ঠাইখিনিত ক'ৰ পৰা দিনে নিশাই মানুহ অহা-যোৱা কৰে যাৰ ফলত কঠিন শিলৰ এই খট্‌খটীও ক্ষয় গৈছে। এই প্ৰশ্ন মনলৈ অহাৰ লগে লগে বিজয়ে সুধি পেলালে।

"মহাশ্বেতা! এই খট্‌খটী কিয় এনেদৰে ক্ষয় গৈছে? এই

বাটটোৰেদি নিশ্চয় বহুত মানুহে আজি বহু বছৰ ধৰি দিনে ৰাতিয়ে অহা-যোৱা কৰে ?"

চপলা মহাশ্বেতা বৈ গ'ল আৰু ঘূৰি এটা হাঁহিৰে বিজয়লৈ চালে।

"উঁহো, এই নিষিদ্ধ পথেদি মোৰ বাহিৰে অন্য কোনো মানুহ অহাৰ অধিকাৰ নাই। আনকি মোৰ প্ৰহৰী কিজনীও এই ফালেদি আহিব নোৱাৰে।"

"তেন্তে ?"—আচৰিত হৈ বিজয়ে মহাশ্বেতালৈ চালে।

"এই বাটটোৰেদি কেৱল ময়েই অহা-যোৱা কৰো বীৰ্য্যবাহন। আজি হেজাৰ বছৰ প্ৰতিদিনে এবাৰ ৰাতিপুৱা আৰু এবাৰ নিশা এই শিলৰ খট্‌খটীৰে তললৈ নামো আৰু ওপৰলৈ উঠো। সেই কাৰণে ক্ষয় গৈছে⋯।"

বিজয়ৰ মুখৰ পৰা কোনো শব্দ নোলাল। আকৌ এবাৰ তেওঁ আচৰিত হৈ মহাশ্বেতালৈ চালে। মহাশ্বেতাই তেতিয়া আগৰ দৰে নামি যাবলৈ ধৰিছে।

এইদৰে কিমান খট্‌খটী অতিক্ৰম কৰি তললৈ নামি গ'ল বিজয়ৰ মনত নাই। অৱশেষত খট্‌খটী শেষ হ'ল আৰু ভূগৰ্ভৰ তলত থকা শিলৰ মজিয়াৰ ওপৰত মহাশ্বেতাই ভৰি দিলে। মহাশ্বেতাৰ ভাগৰ লাগিছিল নে নাই ক'ব নোৱাৰি, কিন্তু বিজয়ৰ যে ভাগৰ লাগিছিল তাত সন্দেহ নাছিল।

"আমি কলৈ আহিছো মহাশ্বেতা ?"

"এতিয়া কোনো প্ৰশ্ন নকৰিবা, ক্ষন্তেক সময় ধৈৰ্য্য ধৰা। আকৌ মোৰ পিচে পিচে আহাঁ—"

মনৰ সকলো কৌতূহল পুনৰ দমন কৰি বিজয় আকৌ মহাশ্বেতাৰ পিচে পিচে যাবলৈ ধৰিলে। এইবাৰ মহাশ্বেতা বাৰান্দাৰ নিচিনা শিল পাৰি থোৱা পথ এটাৰ ওপৰেদি যাবলৈ ধৰিলে। কম পোহৰ পৰা এই পথটোৰ দুয়োকাষে কেইটামান শিলৰ কুঠৰী। এই বাৰান্দাৰ নিচিনা পথটো বেছ দীঘল। ইয়াৰ শেষ ক'ত ধৰিব নোৱাৰি। মহাশ্বেতাৰ লগে

লগে বিজয় যিমানেই এই পথেদি আগবাঢ়ি যাবলৈ ধৰিলে সিমানেই তেওঁ চন্দন কাঠৰ সুন্দৰ আৰু তীব্ৰ গোন্ধ পাবলৈ ধৰিলে। মহাশ্বেতাৰ খোজ এতিয়া আগতকৈ ক্ষিপ্ৰতৰ। কিবা এটা লক্ষ্যৰ বাবে তেওঁ উদ্বাউল আৰু আকুল হৈ পৰিছে। বিজয়ৰ খোজো খৰতকীয়া হ'ল। ভৰিৰ খোজৰ বাহিৰে এই বিৰাট গুহাটোৰ মাজত অন্য কোনো ধৰণৰ শব্দ নাই। গোটেই গুহাটোৰ ভিতৰত নিশাৰ নিস্তব্ধতা বিৰাজ কৰিছে। হঠাৎ লাহে লাহে পথটো সামান্যভাৱে পোহৰ হোৱা যেন অনুমান হ'ল।

অৱশেষত মহাশ্বেতা আহি যিটো কুঠৰীৰ আগত থিয় হ'ল, সেই কুঠৰীৰ পৰা এটা উজ্জ্বল পোহৰ ওলাই অহা বিজয়ে দেখিবলৈ পালে। অকল পোহৰেই নহয়—সেই কুঠৰীৰ পৰাই ওলোৱা চন্দনৰ সুবাস বিজয়ে ইমান সময় পাইছিল। কৌতূহল নিবৃত্ত হোৱাৰ আগমুহূৰ্তৰ উত্তেজনাত বিজয়ৰ সৰ্ব্বশৰীৰ কঁপিবলৈ ধৰিলে। কুঠৰীৰ সন্মুখত এখন পৰ্দ্দা আঁৰি থোৱা আছে।

এটা গভীৰ অথচ স্নিগ্ধ আৰু কমনীয় প্ৰকাশভঙ্গীৰে মহাশ্বেতাই বিজয়লৈ চাই ক'লে—"আমি পালোহি। এতিয়া ভিতৰলৈ ব'লা। ভিতৰত কোনো অৱস্থাতেই যেন তুমি সাহস হেৰুৱাই নেপেলোৱা। অৱশ্যে মই জানো তুমি সাহসী।"

বিজয়ৰ অন্তৰৰ কঁপনি দ্ৰুতগতিত চলিবলৈ আৰম্ভ কৰিলে। তেওঁৰ মুখৰ মাত নাইকিয়া। চঞ্চল গতিৰে অভ্যন্তৰত প্ৰৱেশ কৰা মহাশ্বেতাৰ পিচে পিচে বিজয় সোমাই গ'ল। কুঠৰীটো ডাঙৰ নহয়—সজ্জিতও নহয়। বাহিৰৰ পৰা যিমান পোহৰ যেন অনুমান হৈছিল, ভিতৰত সোমোৱাৰ লগে লগে সিমান যেন নেলাগিল। এটা ম্লান পোহৰে কোঠাটো বেছি ৰহস্যময় কৰি থৈছে। কোঠাটোৰ একাষত থকা শিলৰ বিচনাখনলৈ চকু পৰাৰ লগে লগে বিজয়ৰ অন্তৰাত্মা কঁপি উঠিল। গোটেই শৰীৰ শিয়ঁৰি উঠিল। এটা মানুহৰ দেহ; বোধকৰো মৃত। বগা কাপোৰ এখনেৰে ঢাকি থোৱা আছে। সেই মৃতদেহ থকা বিচনা-

খনৰ কাষত এখন সৰু মেজ। তাৰ ওপৰত শিলৰ গিলাচত পানী, এখন বিচনী আৰু কিছুমান পুৰণি সাঁচিপতীয়া পুথিৰ পাত বিশৃঙ্খল অৱস্থাত পৰি আছে। ভূগৰ্ভৰ গভীৰ প্ৰকোষ্ঠৰ মাজত থকা মৃতদেহ দেখি বিস্ময় আৰু আতঙ্কত বিজয়ৰ যি ভাৱৰ সৃষ্টি হৈছিল তাৰ মাজতেই মহাশ্বেতাই পূৰ্ব্বতকৈ অধিক গাম্ভীৰ্য্য অথচ মৰমসনা কণ্ঠেৰে বিজয়ক ক'লে—"বীৰ্য্যবাহন, তোমাৰ মনত এতিয়াও যি সন্দেহে লুকাভাকু খেলি আছে, সেই সন্দেহৰ অৱসান ঘটুৱাবলৈকে তোমাক মই ইয়ালৈ আনিছো—।"

"মই নিজেই নেজানো মহাশ্বেতা মোৰ মনত এতিয়াও কি সন্দেহ আছে। আৰু মোৰ মনৰ ভিতৰত থকা সন্দেহৰ ভাব নিৰসন কৰিবলৈ এটা মৃতদেহৰ ওচৰলৈ কিয় আনিবলগীয়া হ'ল তাকো মই বুজা নাই। এইটো কাৰ মৃতদেহ ?..."

এটা ৰহস্যসনা হাঁহিৰে মহাশ্বেতাই ক'লে—"মই নকওঁ। এতিয়াই এই বগা বস্ত্ৰৰ আৱৰণ মই গুচাই তোমাৰ সকলো সন্দেহ চিৰকালৰ বাবে দূৰ কৰিম। কিন্তু তুমি যেন ভয়ত উচপ খাই নুঠা।"

বিজয় ইতিমধ্যে যথেষ্ট অধৈৰ্য্য হৈ পৰিছিল। চৰম উত্তেজনাত শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ স্তব্ধ হৈ যাব খুজিছিল। তেওঁ চিঞৰি উঠিল "মহাশ্বেতা, মোক আৰু তুমি পৰীক্ষা নকৰিবা। মোৰ ধৈৰ্য্যৰ বান্ধ ভাঙি-চিঙি এতিয়া শেষ হৈ যাব। এই ৰহস্য শেষ কৰি পেলোৱা মহাশ্বেতা, শেষ কৰি পেলোৱা।" উত্তেজনাত বিজয় কোঁপাবলৈ ধৰিলে।

"তুমি অধৈৰ্য্য হৈ নপৰিবা বীৰ্য্যবাহন, উত্তেজিতও নহ'বা। ইয়াত একো ৰহস্য নাই, আছে মাত্ৰ মোৰ জীৱনৰ চৰম সত্য—যি সত্য হৈছা তুমি। সেই সত্যকো এয়া মই এতিয়া উদ্‌ঘাটন কৰিলো, চোৱা বীৰ্য্যবাহন !"

কাপোৰখন আঁতৰাই দিয়াৰ লগে লগে বিজয়ে যাৰ শৰীৰ দেখিলে তেওঁ ভীষণভাৱে চক্ খাই উঠিবলৈ বাধ্য হ'ল। মানৱীয় জীৱনৰ

চূড়ান্ত বিস্ময়ত কঁপি কঁপি তেওঁ চিঞৰিবলৈ চেষ্টা কৰিলে। তেওঁৰ সকলো স্নায়ু অৱশ হৈ পৰিল। মুখৰ পৰা এটা শব্দও ওলাই নাহিল। মাত্ৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে। বিচনাত পৰি থকা সেই নিথৰ শৰীৰ আৰু মুখলৈ চাই চাই বিস্ময়াভিভূত ভাৰত আচ্ছন্ন হৈ থাকোতে মহাশ্বেতাইও উচ্চস্বৰত চিঞৰি ক'বলৈ ধৰিলে—"বীৰ্য্যবাহন, চাই লোৱা। সেই মুখ আৰু শৰীৰলৈ চাই লোৱা আৰু তোমাৰ অন্তৰত উমি উমি জ্বলি থকা সন্দেহ চিৰদিনৰ কাৰণে সৰ্বকালৰ কাৰণে নিঃশেষ কৰি পেলোৱা। বীৰ্য্যবাহন, এই মুহূৰ্ত্ততে তোমাৰ মনৰ জড়তা শেষবাৰৰ কাৰণে নাইকিয়া কৰি পেলোৱা।" কৈ কৈ মহাশ্বেতাই নিজৰ মুখৰ ওপৰত থকা আৱৰণ নিমিষতে আঁতৰাই পেলালে। উত্তেজনাত তেওঁৰ মুখখন ৰঙা আৰু চকুকিটা চঞ্চল হৈ পৰিছিল।

মহাশ্বেতাৰ মুখলৈ চাই বিজয়ো এইবাৰ গম্ভীৰ হৈ পৰিল আৰু মৃদুস্বৰত ক'বলৈ ধৰিলে—"মহাশ্বেতা, তোমাৰ কথাই সত্য। মোৰ মনৰ ভিতৰত মোৰ অজ্ঞাতে থকা সন্দেহ আজি এই মুহূৰ্ত্তৰ পৰা সম্পূৰ্ণৰূপে নাইকিয়া হৈ গ'ল। তোমাৰে মোৰে সম্বন্ধ জন্ম-জন্মান্তৰৰ। মই—ময়েই বীৰ্য্যবাহন।"

বিজয়ৰ মুখৰ পৰা কথাখিনি শুনাৰ লগে লগে মহাশ্বেতাই অতি ক্ষিপ্ৰতাৰে বিচনাত পৰি থকা হেজাৰ বছৰৰ আগৰ প্ৰাণহীন বীৰ্য্যবাহনৰ দেহাৰ ওপৰত আলফুলকৈ ৰঙাগুৰি কিছুমান ছটিয়াই দিলে আৰু হাতদুখন গোটেই শৰীৰটোৰ ওপৰত বুলাই দিলে। চাওঁতে চাওঁতে চকুৰ আগতেই সেই নশ্বৰ দেহাটো ফুলৰ পাপৰিৰ পৰা সৰি পৰা ৰেণুৰ দৰে সূক্ষ্ম পদাৰ্থত পৰিণত হ'ল। তাৰ পিচত গোটেই কোঠাটোত সেই ৰেণুবোৰ বিয়পি পৰিল আৰু বাহিৰলৈ উৰি উৰি নাইকিয়া হৈ গ'ল।

এই কাৰ্য্য চকুৰ নিমিষতে শেষ হৈ গৈছিল। বিজয়ে অভিভূত হৈ মহাশ্বেতালৈ চালে। মহাশ্বেতাইও তেতিয়া গভীৰ আনন্দ আৰু তৃপ্তিৰ এটা অনাবিল প্ৰশান্ত হাঁহিৰে বিজয়লৈ চাইছিল। আজি বীৰ্য্যবাহনে নিজক সম্পূৰ্ণৰূপে চিনি পালে।

এই মমতাভৰা মুখ আৰু অতুলনীয় শৰীৰৰ মহাশ্বেতাৰ ওচৰলৈ বিজয় উৰাউল হৈ আগবাঢ়ি আহিল আৰু গভীৰ অনুৰাগভৰা কণ্ঠৰে কৈ উঠিল—"মহাশ্বেতা, মোৰ আৰু কোনো দ্বিধা নাই, কোনো সন্দেহ নাই। মোক তুমি আঁতৰাই নপঠাবা।" মহাশ্বেতাৰ শৰীৰ স্পৰ্শ কৰিবলৈ বিজয়ে চেষ্টা কৰিলে।

ছাট্‌কৈ মহাশ্বেতা বিজয়ৰ সন্মুখৰ পৰা আঁতৰি আহিল আৰু এটা সামান্য দূৰত্ব ৰক্ষা কৰি কঠোৰ অথচ অনুনয়ৰ সুৰত ক'লে—"আৰু মাত্ৰ এটা দিন বীৰ্য্যবাহন!"

"কিন্তু মহাশ্বেতা···"

কোনো বাক্যব্যয় নকৰি চঞ্চল চটুল খোজেৰে মহাশ্বেতা সেই কুঠৰীৰ পৰা ওলাই গ'ল। একেটা আবেগমণ্ডিত চিত্তেৰে বিজয়ো পিচে পিচে ওলাই গৈ ক্ষিপ্ৰগতিত আগে আগে যোৱা মহাশ্বেতাক লগ ধৰিবলৈ চেষ্টা কৰিলে।

কুঠৰীৰ বাহিৰত ৰৈ থকা বাঘটোও তেওঁলোকৰ পিচে পিচে লৰ মাৰি যাবলৈ ধৰিলে।

## ॥ ওঠৰ ॥

ৰাতিপুৱা সাৰ পাই চকু মেলাৰ লগে লগে বিজয়ৰ যিষাৰ কথা মনত পৰিল সেয়া হৈছে আজি পূৰ্ণিমা। ভবাৰ লগে লগে গোটেই শৰীৰটোত এটা তপত শিহৰণ বৈ গ'ল। অগ্নিক সাক্ষী কৰি আজি ৰাতি মহাশ্বেতাই বিজয়ক স্বামীৰূপে গ্ৰহণ কৰিব। আজিৰ পূৰ্ণিমা ৰাতিটোৰ এটা যেন অতি শুভ কাৰণে মহাশ্বেতাই এই দিনটো তেওঁলোক দুয়োৰে সম্পূৰ্ণ মিলনৰ বাবে বাছি লৈছে। এটা চঞ্চল শিহৰণৰ লগতে আনন্দৰ এছাটি বতাহো তেওঁৰ মনৰ ওপৰেদি বাগৰি গ'ল। উদ্বাউল প্ৰতীক্ষাৰ আজি অৱসান ঘটিব।

ভাবৰ উজান-ভাটিৰ সোঁতত বিজয়ে মুখ-হাত ধোৱা, প্ৰাতঃ আহাৰ কৰাৰ কথা একেবাৰে পাহৰি গৈছিল। ৰঙীন কল্পনা আৰু বিভিন্ন ভাবত বিভোৰ হৈ থাকোতে হঠাৎ বাঘটো ক'ৰবাৰ পৰা সোমাই আহিল আৰু বিজয়ৰ ভৰিৰ ওচৰত থিয় হ'ল। বিজয় চমক্ খাই উঠাৰ লগে লগেই অতৰ্কিতে ভৰি দুখনত মূৰটো ঘঁহাই ঘঁহাই সি আদৰ লগাবলৈ ধৰিলে। বাঘটোৰ এই নতুন সম্ভাষণত বিজয়ো কম আচৰিত হোৱা নাছিল। তাৰ পিঠিত থপৰিয়াই তেওঁ মৰম কৰিবলৈ ধৰিলে। তেতিয়া বাঘটোৱে বিজয়ৰ হাতখনত আলফুলকৈ চেলেকিবলৈ ধৰিলে। ৰাতিপুৱাৰ উজ্জ্বল পোহৰত বাঘৰ ডিঙিত থকা হাৰডাল চিক্‌মিককৈ জিলিকি উঠিল।

বাঘটোৰ ইয়াৰ পিচৰ কাৰ্য্যকলাপ অধিক আশ্চৰ্য্যজনক। বিজয়ে যেতিয়া মুখ-হাত ধুবলৈ বাহিৰলৈ ওলাই যাব খুজিলে বাঘটোৱে তেতিয়া তেওঁৰ সন্মুখত থিয় হৈ তেওঁৰ পথ বন্ধ কৰিলে। বিজয় পুনৰ বিচনাত বহিল। বাঘটোৱে বিজয়ৰ কাপোৰত ধৰি তাৰ পিনে

টানিবলৈ ধৰিলে। উপায় নেপাই বিজয় থিয় হ'ল। এইবাৰ বাঘটোৱে দুৱাৰৰ পিনলৈ টানিবলৈ ধৰিলে। আচৰিত হৈ তেওঁ বাঘৰ পিচে পিচে যাবলৈ ধৰিলে। বাঘটো লাহে লাহে অন্তেষপুৰৰ পিনলৈ যাবলৈ ধৰিলে। দুটা কোঠা পাৰ হোৱাৰ পিচতেই এটা কোঠাৰ সন্মুখত এজনী প্ৰহৰী বৈ থকা তেওঁ দেখিবলৈ পালে। বিজয়ক তাতে এৰি বাঘটো হঠাৎ নাইকিয়া হৈ গ'ল।

প্ৰহৰীজনীয়ে এটা সম্ভ্ৰমৰ হাঁহিৰে বিজয়ক অভিবাদন জনালে আৰু কোঠাৰ সন্মুখত থকা ডাঠ পৰ্দ্দাখন দাঙি ধৰি ভিতৰলৈ সোমাবলৈ ইঙ্গিত দিলে। বিমূঢ় ভাৱত ভিতৰলৈ সোমোৱাৰ লগে লগে এটা সুন্দৰ গোন্ধে তেওঁক আপোনপাহৰা কৰি পেলালে। সেইটো এটা স্নানগৃহ। কোঠাটো আহল-বহল পৰিষ্কাৰ আৰু উজ্জ্বল। স্নানগৃহৰ ভিতৰৰ দেৱাল এখন নাই। দেৱালৰ প্ৰয়োজনো নাছিল। কাৰণ তাত আছিল এটা সৰু পাহাৰৰ নিম্নাংশ আৰু সেইফালেদি ওপৰৰ পৰা বৈ অহা এটা পাহাৰী নিজৰা। নিজৰাৰ পানী ফট্‌ফটীয়া আৰু পৰিষ্কাৰ। আধা ওলাই থকা সুনীল পাহাৰটোৰ কাষেদি তেতিয়া সূৰ্য্যৰ পোহৰ প্ৰৱেশ কৰি গোটেই গৃহ উজ্জ্বল কৰি থৈছে। স্নানৰ বাবে এনে প্ৰাকৃতিক ব্যৱস্থা আৰু পৰিবেশ দেখি বিজয় আচৰিত হৈ পৰিল। স্নানৰ বাবে প্ৰয়োজনীয় সকলোখিনি সামগ্ৰী সুন্দৰভাৱে সজাই থোৱা আছে। সুগন্ধি চন্দনমথিত প্ৰলেপৰ পৰা আৰম্ভ কৰি নিৰ্য্যাসলৈকে সকলোখিনিয়েই আছে। অকল এয়েই নহয়। স্নানৰ পিচত পিন্ধিবৰ কাৰণে অতি পৰিষ্কাৰ আৰু শুভ্ৰ এসাজ পোচাকো সযতনে থোৱা আছে। আনন্দত উৎফুল্ল হৈ উঠিল বিজয়ৰ মন। মহাশ্বেতাৰ অন্তেষপুৰত থকা এই স্নানগৃহৰ কথা বিজয়ে এইকিদিন কিয় জনা নাছিল, তেওঁ ভাবি আচৰিত হ'ল। স্নান কৰাত যে ইমান আনন্দ থাকিব পাৰে বিজয়ে আগতে জনা নাছিল। হেপাহ পলুৱাই তেওঁ গা ধুলে। মহাশ্বেতাৰ শৰীৰত দেখা স্নিগ্ধতা আৰু পৱিত্ৰতা তেওঁ আজি অনুভৱ কৰিলে। স্নান সমাপ্ত কৰি ওলাই অহাৰ পিচত বাহিৰত বৈ থকা প্ৰহৰীজনীয়ে

শুধ্ বগা বস্ত্ৰ পৰিহিত বিজয়লৈ চাই এটা আনন্দ মধুৰ হাঁহিৰে পুনৰ সম্ভাষণ জনালে।

স্নানৰ পিচত স্বাভাৱিকতে বিজয়ৰ খুব ভোক লাগিছিল। সুসজ্জিত শিলৰ থালত পৰিবেশন কৰা ফলমূল আৰু আহাৰ্য্য তেওঁ নিমিষতে শেষ কৰিলে আৰু শিলৰ গিলাচত দিয়া পানীখিনি খাই বৰ তৃপ্তি অনুভৱ কৰিলে। কিন্তু তেতিয়ালৈকে মহাশ্বেতাৰ লগত তেওঁৰ দেখা-দেখি নহ'ল।

ৰাতিপুৱাৰ পৰা গোটেই দিনটো মহাশ্বেতাৰ লগত এবাৰো সাক্ষাৎ নঘটাটো বিজয়ৰ কাৰণে আশ্চৰ্য্যৰ বিষয়। তেওঁ ক'ৰবালৈ গৈছেনেকি নাইবা অন্য কিবা বিশেষ কামত ব্যস্ত আছে নেকি তাকো জনাৰ কোনো উপায় নাই। আনহাতে মনৰ উগুল-থুগুল আৰু অধৈৰ্য্যৰ ভাবটোৱে তেওঁক মাজে মাজে বৰ চঞ্চল কৰি তুলিছে।

কালি ৰাতি পাতাল পুৰীৰ ভূগৰ্ভৰ সেই কুঠৰীৰ পৰা মহাশ্বেতা যি ওলাই গৈছিল, তাৰ পিচৰ পৰা তেওঁৰ আৰু দৰ্শন পোৱা নাই। মহাশ্বেতাই নিশ্চয় তেওঁক খং কৰা নাই। কিহৰ কাৰণে অভিমান কৰি তেওঁ বিজয়ৰ ওচৰলৈ নহাকৈ থাকিব পাৰে! বৰং কালিৰ ভূগৰ্ভৰ সেই মুহূৰ্ত্তটো আছিল মহাশ্বেতাৰ বাবে চৰম আনন্দৰ।

ইপিনে বিজয়ো আজিৰ পূৰ্ণিমাৰ শুভক্ষণটোৰ বাবে ব্যাকুল অন্তৰেৰে বৈ আছে। তাৰোপৰি কালি মহাশ্বেতাই কৈছিল অগ্নিসাক্ষী বিবাহৰ আগমুহূৰ্ত্তত তেওঁৰ জীৱনৰ আটাইতকৈ ডাঙৰ ৰহস্যৰ কথা বিজয়ক ক'ব আৰু বিজয়ৰ শৰীৰতো সেই ৰহস্যশক্তি প্ৰদান কৰিব। সেই ৰহস্য কি? কিহৰ ৰহস্যই মহাশ্বেতাক আৱৰি আছে?

মনৰ বিভিন্ন প্ৰতিক্ৰিয়া আৰু চিন্তাৰ সঙ্গতিহীন ধাৰাৰ মাজত বুৰ গৈ থাকোতে বিজয় পুনৰ নিদ্ৰাৰ কোলাত ঢলি পৰিল। লাহে লাহে গভীৰ টোপনিত লালকাল দিলে।

এইদৰে কিমান সময় শুই আছিল তেওঁ নেজানিছিল।

হঠাৎ এটা কোমল পৰশত বিজয়ৰ টোপনি ভাগি গ'ল। অসময়ৰ দিবানিদ্ৰাই তেওঁক বাস্তৱ জগতৰ পৰা বহুত দূৰলৈ লৈ গৈছিল। এতিয়া মহাশ্বেতাৰ কোমল স্পৰ্শই তেওঁক বাস্তৱলৈ ঘূৰাই আনিলে। তেওঁ লাহেকৈ চকু মেলি চালে। মহাশ্বেতাক দেখাৰ লগে লগে তেওঁৰ মুখখন অপূৰ্ব্ব আনন্দেৰে ভৰি গ'ল। পাতল শ্বেতবসনা মহাশ্বেতাক অধিক মোহনীয় যেন লাগিল। মুখত এটা লজ্জাবিনম্ৰ হাঁহি।

"বীৰ্য্যবাহন!"

বিজয়ে একো নেমাতিলে।

"বীৰ্য্যবাহন, জানো আজি তোমাৰ মোৰ ওপৰত অভিমান হৈছে। কিন্তু খং নকৰিবা। এটা নিৰ্দ্দিষ্ট সময়লৈকে আজি মই তোমাক দেখা দিব নেপায়। সেই কাৰণেই মই অহা নাছিলো তোমাৰ ওচৰলৈ।"

মহাশ্বেতাৰ কণ্ঠৰ পৰা নিগৰিত হোৱা এইকিষাৰ সুললিত স্বৰে বিজয়ৰ অভিমান ভৰা মনটো পৰিষ্কাৰ কৰি পেলালে। তেওঁ ক্ষিপ্ৰতাৰে বিচনাৰ পৰা নামিল।

তেনেতে বাঘটো আহি দুৱাৰদলিত উপস্থিত হ'লহি। মহাশ্বেতা যাবলৈ ওলাল। তেওঁৰ লগে লগে বিজয়ো উদ্যত হ'ল।

"আজি এই শুভ্ৰ সাজযোৰে তোমাক বৰ শুৱনি কৰি তুলিছে বীৰ্য্যবাহন। ব'লা।"

কিহবাৰ লাজ এটাই যেন বিজয়ক আৱৰি ধৰিলে। তেওঁ মুখেৰে একো নেমাতিলে।

মহাশ্বেতাই বাহিৰলৈ লাহে লাহে খোজ ল'লে। তেওঁৰ পিচে পিচে বিজয়ো যাবলৈ ধৰিলে। বাঘটোৱে ইতিমধ্যে গোটেই শৰীৰটো লৰাই লৰাই আগে আগে যাবলৈ ধৰিছে।

## ॥ ঊনৈশ ॥

ইয়াৰ পিচৰ ঘটনাৰ ক্ৰমবিকাশ মন্থৰ নাছিল। সুষম খাদ্য আৰু জিৰণিৰ পিচত সম্পূৰ্ণৰূপে সাজু আৰু সক্ষম হৈ বিজয়ে মহাশ্বেতাক অনুসৰণ কৰি যাবলৈ ধৰিলে। তেতিয়া আছিল আবেলি সময়। এতিয়া মহাশ্বেতাৰ প্ৰকৃতি গম্ভীৰ। আগৰ প্ৰগল্‌ভতা আৰু চঞ্চলতা তেওঁৰ শৰীৰত একেবাৰে নাই। স্বাভাৱিকভাৱে খোজ চলিছে যদিও এটা গধুৰ ভাবত তেওঁ আত্মমগ্ন। আজি পূৰ্ণিমা তিথিৰ চিৰ-আকাঙ্ক্ষিত শুভক্ষণটি পাব হৈ নোযোৱাকৈ যেন তেওঁৰ মুখৰ বান্ধ শিথিল নহ'ব।

বিজয় আৰু মহাশ্বেতা দুয়ো লাহে লাহে সুৰঙ্গ পথেদি নামি যাবলৈ ধৰিলে। সেইদিনা ব্ৰহ্মপুৰা এই পথেদিয়েই তেওঁ মহাশ্বেতাক অনুসৰণ কৰিছিল। কিছুদূৰ যোৱাৰ পিচত বিজয়ে মনৰ কৌতূহল দমন কৰিব নোৱাৰিলে। খৰ খোজত গৈ থকা মহাশ্বেতাক তেওঁ সুধিবলৈ বাধ্য হ'ল—"মহাশ্বেতা, আমি এতিয়া কলৈ যাম ?"

মহাশ্বেতাই মুখেৰে নেমাতিলে। তেওঁৰ খোজো স্তব্ধ নহ'ল।

"মহাশ্বেতা"...

এইবাৰ মহাশ্বেতাৰ খোজ সামান্য মন্থৰ হ'ল। তেওঁ ক'লে—"যি পথেদি তুমি মোৰ পিচে পিচে মাটিৰ তললৈ নামি গৈ সঞ্জীৱনী নৈ পাইছিলাগৈ আমি এতিয়া তালৈ গৈ আছো। এতিয়া প্ৰশ্ন কৰাৰ সময় নাই বীৰ্য্যবাহন, আমি এতিয়া সময় নষ্ট কৰিব নোৱাৰো, সূৰ্য্য পাটত বহিবলৈ আৰু বেছি সময় নাই।"

এইবাৰ অধিকতৰ ক্ষিপ্ৰতাৰে মহাশ্বেতা সুৰঙ্গ পথেদি নামি যাবলৈ ধৰিলে। একে গতিত বিজয়েও তেওঁক অনুসৰণ কৰি যাবলৈ ধৰিলে।

অৱশেষত সঞ্জীৱনী নৈৰ তিতা বালিত ছুৱো ভৰি দিলেগৈ। বিজয়ৰ ভৰিছুখন চেঁচা লাগি গ'ল। সেইদিনা পুৱতি নিশা দেখাৰ দৰে আজিও নদীখনৰ মাজৰ পৰা কুঁৱলী সদৃশ বাষ্প ওপৰলৈ উঠি একে ঠাইতে ঘূৰি থকা তেওঁ দেখিবলৈ পালে। অদূৰত স্ৰোতবিহীন নৈৰ সিপাৰে ঘন ক'লা পাহাৰ।

তিতা বালিৰ ওপৰত মহাশ্বেতাৰ সুদা ভৰিৰ চিন স্পষ্টভাৱে পৰিবলৈ ধৰিলে। তেওঁৰ খোজৰ বিৰতি নাই। পিচলৈ ঘূৰিও চোৱা নাই। তেওঁ জানে, বীৰ্য্যবাহন তেওঁৰ পিচে পিচে আহিব।

ক্ৰমান্বয়ে বিজয়ে তিতা বালিবোৰৰ চেঁচা অনুভৱ কৰিলে।

সকলো দ্বিধা, শঙ্কা আৰু জড়তা তেওঁৰ মনৰ পৰা কেতিয়াবাই নাইকিয়া হৈ পৰিছে। মহাশ্বেতাৰ পিচে পিচে গৈ থাকি মনৰ প্ৰচণ্ড কৌতূহল চৰিতাৰ্থ কৰাৰ বাহিৰে অন্য কোনো ধৰণৰ অনুভূতি এই মুহূৰ্ত্তত তেওঁৰ মনলৈ নাহিল। মহাশ্বেতাৰ পিচে পিচে গৈ থকাটোৱেই বিধাতাৰ নিৰ্ব্বন্ধ। বিধাতাৰ অদৃশ্য শক্তিয়ে বিজয়ৰূপী পুৰুষ বীৰ্য্যবাহনক তেওঁৰ নাৰী মহাশ্বেতাৰ পিচে পিচে টানি লৈ গৈছে।

কুঁৱলীৰে ঢাক খাই থকা অস্পষ্ট নৈখনৰ পাৰ পোৱাৰ লগে লগে মহা-শ্বেতাৰ গতি সামান্য স্তব্ধ হ'ল। তাৰ পিচত তেওঁ আকৌ পানী ভাঙি যাবলৈ ধৰিলে। নৈ খনত পানীৰ গভীৰতা নাছিল। বিজয়ো পিচে পিচে যাবলৈ ধৰিলে। সিটো পাৰতো সেই একে চেঁচা আৰু তিতা বালি। এইবাৰ আগতকৈ খৰ খোজেৰে মহাশ্বেতা পাৰটোৰ নামনিলৈ গ'ল আৰু বগা বহল শিল এছটাৰ ওপৰত থিয় হ'ল। তেওঁৰ কাষত বিজয়ো থিয় হ'ল।

এনেতে ক'লা পাহাৰটোৰ মাজৰ পৰা বাঘৰ গৰ্জ্জন শুনিবলৈ পোৱা গ'ল। ছটা বাঘৰ গোজৰণি যেন একেলগে পাহাৰটোৰ বুকুৰ পৰা ওলাই আহিছে। বিজয় সচকিত হৈ গৰ্জ্জন অহাৰ পিনে চকু দিলে। কিন্তু পাহাৰটোৰ সেই অংশত অস্তগামী সূৰ্য্যৰ ম্লান পোহৰৰ বাহিৰে একো নেদেখিলে। এটা মুহূৰ্ত্তৰ কাৰণে মহাশ্বেতাৰ মনটোও বোধকৰো

সেই ফাললৈ গৈছিল। কিন্তু লগে লগে তেওঁ সষ্টম হ'ল আৰু সেইদিনা ৰাতিপুৱা যি দিশত সূৰ্য্যদেৱ উদয় হৈছিল, তাৰ সম্পূৰ্ণ বিপৰীত দিশলৈ আঙুলিয়াই মহাশ্বেতাই মধুৰ আৰু গম্ভীৰ স্বৰেৰে ক'ব'ল ধৰিলে—

"সৌৱা চোৱা বীৰ্য্যবাহন, সূৰ্য্য এতিয়া সঞ্জীৱনী নৈত বুৰ মাৰি ভূগৰ্ভলৈ গতি কৰিব। দিবা-ৰাত্ৰিৰ সম্মিলনৰ এই মুহূৰ্ত্তত সূৰ্য্য দেৱতাই এটা প্ৰচণ্ড শক্তি বিকীৰণ কৰি এই পৃথিৱীৰ পৰা আঁতৰি যাব। সূৰ্য্যৰ সেই শক্তি আহৰণ কৰিবৰ কাৰণে তুমি এই শিলছটাৰ তলত থকা সঞ্জীৱনী কুণ্ডত নামিব লাগিব। কুণ্ডৰ পানী অকণো গভীৰ নহয়, ভয় নকৰিবা···যোৱা বীৰ্য্যবাহন ।"

নিশঙ্কচিত্তে বিজয় পানীলৈ নামি গ'ল আৰু অগভীৰ কুণ্ডত থিয় হৈ পশ্চিমৰ পিনে মুখ কৰি মাৰ যাব খোজা সূৰ্য্যৰ ৰঙা পোহৰলৈ চালে। সেই ৰঙে গোটেই পৃথিৱী ৰঙচুৱা কৰি পেলাইছে। বিজয় কুণ্ডত নমাৰ লগে লগেই সেই ৰশ্মিৰ এটা উজ্জ্বল ৰঙা পোহৰ আহি বিজয়ৰ সৰ্ব্ব-শৰীৰত পৰিল। তাৰ পিচত সেই পোহৰ পানীৰ ওপৰত পৰিল আৰু পানীৰ মাজতেই লাহে লাহে নাইকিয়া হৈ গ'ল। সঞ্জীৱনী নৈৰ পানীত সূৰ্য্যদেৱ অন্তৰ্দ্ধান হোৱাৰ লগে লগে কুণ্ডৰ পানীত বুৰ মাৰি বিজয় থিয় হ'ল আৰু মহাশ্বেতালৈ চালে।

গম্ভীৰ স্বৰেৰে তেতিয়া মহাশ্বেতাই ক'লে—"এতিয়া উঠি আহা বীৰ্য্যবাহন। আজি পূৰ্ণিমা তিথিৰ দিনা আকাশত চন্দ্ৰ উদয় হোৱাৰ আগ মুহূৰ্ত্তত সূৰ্য্যই প্ৰদান কৰা শক্তি ধাৰণ কৰি সঞ্জীৱনী কুণ্ডত তুমি স্নান কৰিলা। তোমাৰ শৰীৰত নতুন শক্তি আৰোপিত হ'ল। আজি দোভাগ ৰাতি যেতিয়া চন্দ্ৰ সোঁ-মাজত থাকিব, তেতিয়াই তুমি মোৰ কথাৰ প্ৰমাণ পাবা···।"

সিক্ত বসনেৰে বিজয় লাহে লাহে ওপৰলৈ ওঠি আহিল।

"আমাৰ দুয়োৰে মনৰ ঈপ্সিত কামনা আজি মাজ-ৰাতিৰ শুভলগ্নত পূৰ্ণ হ'ব। তোমাৰে মোৰে এই মহামিলনত একমাত্ৰ সাক্ষী থাকিব

অগ্নি। সেয়া লেলিহান অগ্নি। এতিয়া এইয়া লোৱা পূত-পবিত্ৰ শুভ-বস্ত্ৰ। আমাৰ মিলনৰ শুভক্ষণত পিন্ধিবৰ কাৰণে আজি ইমান দিনে মই সযতনে থৈ দিছিলো। সৌটো শিলৰ আঁৰলৈ যোৱা আৰু তিতা কাপোৰ সলাই এই কাপোৰযোৰ পিন্ধি লোৱা।"

মহাশ্বেতাই যে তেওঁৰ হাতত এযোৰ কাপোৰ লৈ আনিছিল বিজয়ে একেবাৰে নেজানিছিল। মহাশ্বেতাৰ হাতৰ পৰা লৈ বিজয়ে অনুভৱ কৰিলে কাপোৰ যোৰ বেছ মিহি আৰু কোমল। নতুন বস্ত্ৰ পৰিধান কৰি বিজয় মহাশ্বেতাৰ সম্মুখত থিয় হোৱাৰ লগে লগে মহাশ্বেতাৰ মুখৰ পৰা এটা আনন্দৰ ধ্বনি উচ্চাৰিত হ'ল। মুগ্ধ চাৱনিৰে বিজয়লৈ চাই মহাশ্বেতাই ক'লে—

"অপূৰ্ব্ব বীৰ্য্যবাহন! আজি মোৰ নয়ন আৰু জীৱন সাৰ্থক। চন্দ্ৰোদয়ৰ আগমুহূৰ্ত্তৰ স্নিগ্ধ পোহৰত এই সাজযোৰে তোমাক অপৰূপ কৰি তুলিছে। এই শিলছটাৰ ওপৰত বহি তোমাৰ পুৰুষোত্তম ৰূপ যেন মই যুগ যুগ ধৰি চাই থাকিম। কিন্তু এতিয়া মই সংযত হলো বীৰ্য্যবাহন। কাৰণ আমাৰ প্ৰকৃত কাম এতিয়াও বাকী; সেই শুভলগ্ন আমি এতিয়াও অতিক্ৰম কৰা নাই। আজি মাজৰাতিৰ সেই লগ্নত আমি দুয়ো দুয়োকে গ্ৰহণ কৰাৰ পিচত আমাৰ কোনো ভয়, কোনো চিন্তা নেথাকিব। তেতিয়া আমাৰ কাৰণে থাকিব অফুৰন্ত সময়। এনেকুৱা হেজাৰ হেজাৰ নিৰ্জ্জন মধু-যামিনী আমাৰ কাৰণে ৰৈ থাকিব। পৃথিবীৰ সকলো আনন্দ আমি দুয়ো আহৰণ কৰিব পাৰিম।"

আবেগ-মথিত স্বৰেৰে কৈ থকা মহাশ্বেতালৈ বিজয়েও মুগ্ধ নয়নে চাবলৈ ধৰিলে। তেওঁ মহাশ্বেতাৰ কাষৰ বগা শিলছটাৰ ওচৰত থিয় হ'ল। আকাশত এটা দুটাকৈ তৰাবোৰ জিলিকি উঠিছে। নৈ-পাহাৰ, বন-উপবন স্নিগ্ধ জোনাকেৰে প্লাবিত কৰি চন্দ্ৰৰ উদয় হ'ল। এই মনোৰম প্ৰাকৃতিক পৰিবেশ আৰু পূৰ্ণিমাৰ জোনাকত শ্বেতবসনা মহাশ্বেতা আৰু বিজয় দুয়োকে বিধাতাৰ অকৃপণ হাতৰ অপৰূপ সৌন্দৰ্য্যৰ প্ৰতীক যেন অনুমান হ'ল। দুয়োৰে কাৰণেই যেন দুয়োৰে

স্মৃষ্টি, অথচ দুয়ো দুয়োলৈ অপলক মুগ্ধ দৃষ্টিৰে চাই আছে। কেইটামান মুহূৰ্ত্তৰ নিৰ্জ্জনতাৰ পিচত মহাশ্বেতাই সম্বিত ঘূৰাই পালে। সমাগত পৱিত্ৰ কৰ্ত্তব্যলৈ তেওঁৰ মনত পৰিল।

"বীৰ্য্যবাহন, আমি আৰু পলম কৰা উচিত নহয়। অ'ক বহুতদূৰ বাট যাব লাগিব।"

তেতিয়াও বিজয়ে অপৰূপা সৌন্দৰ্য্যশালিনী মহাশ্বেতালৈ চাই আছিল। তেওঁৰ চকুৰ পলক পৰা নাছিল। সেই মুহূৰ্ত্তত লাহে লাহে তেওঁ তেওঁৰ যৌৱনদীপ্ত শৰীৰত যেন অনুভৱ কৰিছিল কিহবাৰ এটা মাদকতা—এটা বসন্ত হিল্লোল।

"মহাশ্বেতা"—বিজয়ৰ অনুচ্চাৰিত স্বৰ সামান্য কঁপা। ধীৰে ধীৰে তেওঁ মহাশ্বেতাৰ কান্ধত হাতখন থলে। তাৰ পিচত মহাশ্বেতাক গাৰ কাষলৈ টানি আনিব খুজিলে। বিজয়ৰ হাত দুখন কঁপিছিল, হয়তো বুকুখনো। মহাশ্বেতা দুৰ্ব্বলা নাৰী বুলি এতিয়ালৈকে প্ৰমাণ হোৱা নাই। দূৰে দূৰেই ৰাখিছে তেওঁ বিজয়ক। কিন্তু এই মুহূৰ্ত্তত বীৰ্য্যবাহনৰূপী বিজয়ৰ এটা স্পৰ্শই তেওঁক আনমনা কৰি দিলে, হয়তো অসতৰ্ক নিজৰ অজ্ঞাতে তেৱোঁ বিজয়ৰ বুকুৰ কাষলৈ চাপি গ'ল। বিজয়ৰ বুকুত হাত দুখন থৈ মুখলৈ চালে। বিজয়ৰ ওঁঠ দুটা যেন তেতিয়া কিহবাৰ আকুলতাত কঁপিবলৈ ধৰিছিল।

মহাশ্বেতাৰ কান্ধৰ পৰা হাতখন নমাই আনি বিজয়ে আলফুলকৈ আঙুলিকিটাৰে তেওঁৰ থুতৰিত ধৰি মুখখন সামান্য ওপৰলৈ তুলি দিলে। মহাশ্বেতাইও হয়তো বিজয়ৰ স্পৰ্শ-তৰঙ্গৰ প্ৰৱাহ তেতিয়া তেওঁৰ শৰীৰত অনুভৱ কৰিছিল।

কিন্তু বিজয়ে যেতিয়া লাহে লাহে মহাশ্বেতাক বুকুৰ নিচেই কাষলৈ চপাই আনিব খুজিলে, তেতিয়াই মহাশ্বেতাৰ আবেশ-বিহ্বলতা নাশ হৈ গ'ল, তেওঁৰ ক্ষণিক অন্যমনস্কতা ভাঙি গ'ল। অসতৰ্ক মুহূৰ্ত্তৰ পৰা তেওঁ তৎক্ষণাৎ সতৰ্ক অৱস্থালৈ ঘূৰি আহিল। তেওঁ সচেতন হৈ পৰিল -হয়তো

সামান্ত কঠোৰো। ছাটকৈ বিজয়ৰ বুকুৰ পৰা নিজকে আজুৰি আনি মহাশ্বেতাই অস্ফুট স্বৰত চিঞৰি উঠিল—

"ধৈৰ্য্য ধৰা বীৰ্য্যবাহন—আৰু মাত্র দুটা প্ৰহৰ। অধৈৰ্য্য হৈ নপৰিবা। ক্ষণিকৰ উত্তেজনাত তুমি ডাঙৰ ভুল কৰিবলৈ উদ্যত হৈছিলা। কিন্তু দোভাগ ৰাতিৰ শুভ লগ্নলৈ আমি বাট চাব লাগিব। তাৰ আগলৈকে তুমি মোক স্পৰ্শ নকৰিবা। তুমি মোক স্পৰ্শ কৰিলে ময়ো হয়তো দুৰ্ব্বল হৈ পৰিম। আমি এতিয়া সেই লেলিহান অগ্নিৰ কাষলৈ যাম। বাট নিচেই ওচৰ নহয়। এটা প্ৰহৰ অতিক্ৰম কৰিব লাগিব।"

অসংযত হ'ব খোজা বিজয়ে নিজক সংযত কৰিলে আৰু এটা অপৰাধৰ দৃষ্টিৰে মহাশ্বেতালৈ চালে—"কিন্তু লেলিহান অগ্নি "

"তাৰ কথাই তোমাক ক'ব খুজিছো বীৰ্য্যবাহন। অনন্ত কাল ধৰি জ্বলি থকা সেই অগ্নিশিখা অনিৰ্ব্বাণ আৰু সেই অগ্নিৰ বাহিৰে আমাৰ শুভমিলনৰ বাবে আন কোনোৱেই উপযুক্ত সাক্ষী হ'ব নোৱাৰে।"

"সেই অগ্নি ক'ত আছে আৰু কেনেকুৱা ?"

"সেই অগ্নি হোমাগ্নিও নহয় আৰু চিতাগ্নিও নহয়। ইয়াতকৈয়ো সি বহুত বেছি। ই কেৱল আমাৰ মিলনৰ সাক্ষীয়ে নহয়, এই অগ্নিয়ে আমাক জীৱনো দিব, বিশেষকৈ তোমাক।"

"মোক জীৱন দিব ? ইয়াৰ অৰ্থ মই নুবুজিলো মহাশ্বেতা।"

এটা মিঠা হাঁহিৰে মহাশ্বেতাই ক'লে –"তাকেই তোমাক মই ক'ব খুজিছো। তোমাক মই কৈছিলো আমাৰ মিলনৰ প্ৰাক্-মুহূৰ্ত্তত তোমাক মোৰ জীৱনৰ গভীৰ ৰহস্যৰ বিষয়ে কম। এই ৰহস্যৰ মাজতেই তোমাৰ প্ৰশ্নৰ সমিধান লুকাই আছে। এই অগ্নি বিশ্বব্ৰহ্মাণ্ডৰ চৰম শক্তি আৰু সেই শক্তি আজি তুমি লাভ কৰিবা। মই ইতিমধ্যে এই শক্তিৰ অধিকাৰিণী হৈছো, আৰু হৈছো একমাত্ৰ তোমাৰ কাৰণেই ; তোমাক ঘূৰাই পাবৰ কাৰণে। সেই শক্তিৰ বলতেই মই তোমাক পালো।"

"চৰম শক্তি ? কি শক্তি আৰু কিহৰ শক্তি ?"

ক্ষন্তেক সময় মহাশ্বেতাই কিবা এটা ভাবিলে আৰু ক'বলৈ ধৰিলে – "তুমি বোধকৰো নেজানা, মই ৰহস্যময়ী নাৰী নহওঁ। কিন্তু মোৰ এনে শক্তি আছে, যাৰ কাৰণে মানুহে মোক অনন্ত শক্তিধাৰিণী বুলি আখ্যা দিয়ে। কিন্তু শক্তিয়েই মোৰ একমাত্ৰ পৰিচয় নহয় বীৰ্য্যবাহন, মোৰ ৰূপ আৰু যৌৱনো অসীম আৰু অনন্ত।"

"সেয়া বোধকৰো মই জানো মহাশ্বেতা।"

"সম্পূৰ্ণকৈ নেজানা। মোৰ আয়ুসো অনন্ত। এহেজাৰ বছৰৰ আগতে মোৰ যি ৰূপ আৰু যৌৱন আছিল, আজিও তাক মই মোৰ শৰীৰত ধৰি ৰাখিবলৈ সক্ষম হৈছো। এহেজাৰ বছৰৰ আগতে তুমি মোক যি ৰূপত দেখিছিলা পুনৰ ঘূৰি অহাৰ পিচত আজিও তুমি একেদৰেই দেখা নাইনে বীৰ্য্যবাহন ?"

"কিন্তু ই কেনেকৈ সম্ভৱপৰ হ'ল, মহাশ্বেতা ?"

এই প্ৰশ্নৰ উত্তৰ নিদি তেওঁ কৈ যাবলৈ ধৰিলে—"মোৰ এই ৰূপ-যৌৱনৰ আগত যি কোনো জিতেন্দ্ৰীয় পুৰুষে মস্তক অৱনত কৰিবলৈ বাধ্য। মোৰ ৰূপবহ্নিত জাহ যাবলৈ যি কোনো পুৰুষ আকুল হৈ পৰে।"

"স্বীকাৰ কৰিছো তুমি সৌন্দৰ্য্যশালিনী। তুমি শ্ৰেষ্ঠা নাৰী-যৌৱনা। কিন্তু তুমি নিজ মুখে এই কথা প্ৰকাশ কৰাৰ লগে লগে তোমাৰ অহঙ্কাৰো জানো প্ৰকাশ হোৱা নাই ? এই অহঙ্কাৰে তোমাৰ ৰূপ-যৌৱন ম্লান কৰি নিদিব জানো ?"

"মই অহঙ্কাৰ কৰা নাই বীৰ্য্যবাহন, তোমাৰ আগত অহঙ্কাৰ কৰিব নাপাৰো। কাৰণ তুমি মোৰ স্বামী। আৰু ইয়াক যদি তুমি অহঙ্কাৰ বুলি ভাবা, তাকো কৰিবলৈ মোৰ অধিকাৰ আছে। সকলো শক্তিৰ লগতে অহঙ্কাৰ কৰাৰ অধিকাৰ মই লাভ কৰিছো। কাৰণ অকল আজিয়েই নহয় মোৰ শৰীৰত এই ৰূপৰ সৌন্দৰ্য্য যুগ যুগ ধৰি বৈ থাকিব, যেতিয়ালৈকে চন্দ্ৰ আৰু সূৰ্য্য এই পৃথিবীত থাকিব –"

"কাৰণ ?"

"কাৰণ মই আয়ুষ্মতী—মোৰ আয়ুসৰ শেষ নাই।"

"কিন্তু সেয়া কি শক্তি মহাশ্বেতা, যাৰ বলত তুমি বাৰ্দ্ধক্য জয় কৰিলা, মৃত্যুক পৰাভূত কৰিলা ? তুমি তেন্তে মানৱী নোহোৱা মহাশ্বেতা ?"

"মই মানৱী বীৰ্য্যবাহন। তোমাৰ দৰে ময়ো মানুহ। তোমাৰ দৰে মোৰো ক্ষুধা-তৃষ্ণা আৰু যৌৱনৰ আকুলতা আছে। কি শক্তিৰ বলত মই বাৰ্দ্ধক্য আৰু মৃত্যুক জয় কৰিছো বুলি তুমি সুধিছা। ক্ষন্তেক আগতে যে তোমাক অনিৰ্ব্বাণ অগ্নিশিখাৰ কথা কৈছিলো, সেই অগ্নি-গৰ্ভৰ মাজতেই বিশ্ব-ব্ৰহ্মাণ্ডৰ এই চৰম আৰু অমোঘ শক্তি নিহিত হৈ আছে। এই শক্তিকেই মই লাভ কৰিছিলো আজিৰ পৰা এহেজাৰ বছৰৰ আগতে। সেই বিশেষ দিনটোৰ কথা মই পাহৰিয়ে গৈছিলো। বোধকৰো সেই দিনটোও আজিৰ নিচিনা পূৰ্ণিমা তিথিয়েই আছিল। তোমাকো আজি সেই অগ্নিয়েই শক্তি প্ৰদান কৰিব।"

"সেই মহাশক্তি তুমি কেনেকৈ লাভ কৰিছিলা ?"

"জানিবা, সকলো কথাই তুমি জানিবা। বীৰ্যবাহন ! আমি আৰু ইয়াত বেছি পলম নকৰো। আকাশৰ জোনটোলৈ চোৱা। এটা প্ৰহৰ বোধকৰো পাৰ হৈ গৈছে। আহাঁ। বাটত তুমি মোক কোনো ধৰণৰ প্ৰশ্ন নকৰিবা। মোক অনুসৰণ কৰি আহি থাকিবা।"

মহাশ্বেতা যাবলৈ উদ্যত হ'ল।

শেষ নোহোৱা অসীম ৰহস্যৰ চিন্তাই বিজয়ৰ মনটোত তোলপাৰ লগাই দিছিল। ৰহস্যাবৃত তিমিৰৰ মাজত ক'তো পোহৰৰ সুকণ্ঠা বিজয়ে এতিয়াও দেখা নাই। কাৰণ মহাশ্বেতাই এতিয়াও বিজয়ৰ প্ৰশ্নৰ সমিধান দিয়া নাই।

॥ ত্রিশ ॥

ফৰিংফুটা জোনাকত শীতল বালিৰ ওপৰেদি খোজ কাঢ়ি যোৱা মহাশ্বেতাৰ চঞ্চল খোজে খোজে বিজয়েও মহামিলনৰ লক্ষ্যস্থললৈ যাত্ৰা আৰম্ভ কৰিলে। এইবাৰ অন্য পথ। যি বাটেদি সঞ্জীৱনী নৈৰ কুণ্ডলৈ তেওঁলোক আহিছিল, এইবাৰ সেই বাট পৰিহাৰ কৰিলে। সুউচ্চ ক'লা পাহাৰৰ পিনে মহাশ্বেতাৰ খোজ চলিবলৈ ধৰিলে। বিজয়ে অনুসৰণ কৰি যাবলৈ ধৰিলে।

কিন্তু আচৰিত কথা, যেতিয়া গোটেই পৃথিৱী জোনাকৰ জেউতিৰে উজ্জ্বল হৈ পৰিছে, তেতিয়া পাহাৰৰ এইটো অংশ একেবাৰে অন্ধকাৰ। ঘন ঘোৰ অন্ধকাৰ। পাহাৰৰ নামনিৰ পৰা হঠাৎ আৰম্ভ হোৱা এই অন্ধকাৰে বিজয়ৰ খোজ স্তব্ধ কৰিলে। তেওঁ ৰ'বলৈ বাধ্য হ'ল।

"বীৰ্য্যবাহন, আমি এতিয়া য'লৈ আহিছো, ইয়াৰ পৰাই অন্ধকাৰ আৰম্ভ হৈছে। এই অন্ধকাৰ লাহে লাহে সহ্য হ'ব। তুমি মোৰ পিচে পিচে আহি থাকা।"

বিজয়ে একো নেমাতিলে। তেওঁৰ মুখৰ পৰা মাত্ৰ দুটা শব্দ ওলাই আহিল—'পূৰ্ণিমাত অন্ধকাৰ?'

তাৰপিচত অতি সাৱধানে মহাশ্বেতাৰ পিচে পিচে যাবলৈ ধৰিলে। বাটৰ কাষত থকা গছ-গছনিবোৰ মনিব নোৱাৰি। সম্মুখ আৰু দুয়োকাষ সকলোতে অন্ধকাৰ। মাত্ৰ অদূৰৰ পৰা ভাঁহি অহা শব্দৰ পৰা অনুভূত হ'ল পাহাৰৰ নামনিত সঞ্জীৱনী নৈৰ অস্তিত্ব। অৱশেষত এনেকুৱা এটা সময় আহিল যেতিয়া অন্ধকাৰ সহ্য হৈ আহিবলৈ ধৰিলে। ইয়াৰ পিচত লাহে লাহে বিশেষ কষ্ট নোহোৱাকৈ অৰণ্য পথেদি মহাশ্বেতাক অনুসৰণ কৰি খোজকঢ়া বিজয়ৰ কাৰণে সহজ হৈ পৰিল।

ঘন-ঘোৰ অন্ধকাৰত ছাঁৰ দৰে আগে আগে গৈ থকা মহাশ্বেতাক বেছি ৰহস্যময়ী যেন লগা হৈছে আৰু সেই ৰহস্যময়ী ছাঁই বিজয়ক দুৰ্ব্বাৰ গতিতে টানি লৈ গৈছে। সেই অনিৰ্ব্বাণ অগ্নিকুণ্ড ক'ত আৰু তালৈ যোৱাৰ প্ৰয়োজনীয়তা কি সেইবোৰ ভবাৰ কোনো অৱকাশ নাই। মহাশ্বেতাৰ পিচে পিচে এইদৰে সকলো দ্বিধা-শঙ্কা আৰু ভয় পৰিহাৰ কৰি গৈ থকাৰ বাহিৰে তেওঁৰ বিকল্প উপায় নাই। এয়া যেন বিধাতাৰ অমোঘ নিৰ্দ্দেশ। ঘন-ক'লা অন্ধকাৰৰ মাজে মাজে তেওঁ তেওঁৰ নাৰী মহাশ্বেতাক অনুসৰণ কৰি আগুৱাই যাব লাগিব। এই নাৰী আন কোনো নহয়—তেওঁৰেই জন্ম-জন্মান্তৰৰ লগৰী। যিদৰে বীৰ্য্যবাহনহীন জীৱন মহাশ্বেতাৰ অসম্পূৰ্ণ, সেইদৰে মহাশ্বেতাহীন বিজয়ৰ অস্তিত্বও সম্পূৰ্ণ অৰ্থহীন।

অৱশেষত এটা সময় আহিল যি সময়ত অৰণ্যৰ গছ-গছনি শেষ হ'ল আৰু তাৰ ঠাইত আৰম্ভ হ'ল সমতল ভূমি। এই সমভূমি বিস্তীৰ্ণ আৰু ব্যাপক। অদূৰত আকৌ এটা পাহাৰ। কিন্তু এই সমভূমিৰ বিস্তীৰ্ণতাৰ কাৰণে সেই পাহাৰৰ নামনি পাবলৈ কিছু সময় লাগিব বুলি অনুমান হ'ল। সমতল ভূমিৰ বিশেষত্ব আছিল এয়ে যে বসন্ত ঋতুৰ আগমনৰ সূচনা তাত দেখিবলৈ পোৱা গৈছিল। পৰিষ্কাৰ আলিবাটৰ চিন নাছিল যদিও এটা যেন ক্ষীণ লুংলুঙীয়া বাট আছিল। ঘন বনে ঢকা বাটটোৰে আগবাঢ়ি যাওঁতে মহাশ্বেতাৰ খোজ ঈষৎ মন্থৰ হৈছিল। তেওঁৰ পিচে পিচে অনুসৰণ কৰি যাওঁতে বিজয়ে কোনো ধৰণৰ কষ্ট অনুভৱ কৰা নাছিল। কাৰণ পাহাৰটো পাৰ হোৱাৰ পিচতেই এই সমতল ভূমিৰ ওপৰত পূৰ্ণিমাৰ জোনৰ পোহৰ চাৰিওফালে প্লাৱিত হৈ আছিল। সমভূমিত থকা গছ-গছনি আদি স্পষ্টভাৱে দেখিছিল। জোনাকৰ পোহৰত চাৰিদিশে উজ্জ্বল হৈ থকা প্ৰকৃতিৰ এই অপূৰ্ব্ব সম্ভাৰ তেওঁ হেঁপাহ পলুৱাই উপভোগ কৰিছিল। নতুন পাতৰ গছ আৰু তাত জাতিস্কাৰ হৈ থকা বাবে-বৰণীয়া ফুল আৰু নাৰিকল সদৃশ গছত লাগি থকা বগা বৰণৰ ফল—এই সকলোবিলাক

দেখি তেওঁ ইমানেই আপোন-পাহৰা হৈ পৰিছিল যে তেওঁলোক ক'লৈ আৰু কিহৰ কাৰণে আহিছে প্ৰায় পাহৰি গৈছিল।

এইদৰে কিছুসময় আগবাঢ়ি যোৱাৰ পিচত হঠাৎ এজোপা ডাঙৰ গছ বিজয়ৰ চকুত পৰিল। মহাশ্বেতা সেই গছজোপাৰ পিনে আগবাঢ়ি গ'ল। এটা মৃদু সুবাস যেন গছজোপাৰ চাৰিওপিনে বিয়পি পৰিছে। গছৰ তলখন বেছ পৰিষ্কাৰ। ঘন ঘাঁহনিৰ বাহিৰে অন্য একো নাই। সেই ঘাঁহনিৰ ওপৰত কেইটামান ডাঙৰ ফল পৰি আছে। দেখিবলৈ ডাব নাৰিকলৰ নিচিনা। মহাশ্বেতাই লাহেকৈ ফল এটা তুলি ল'লে আৰু বিজয়লৈ চাই ক'লে—

"লোৱা, এইটো ধৰা। ইয়াৰ মূৰত থকা ফুলটো গুচাই দিয়া। এই ফলটোৰ ভিতৰত মিঠা পানী আছে। তোমাৰ বোধকৰো ইতিমধ্যে অৱসাদৰ ভাৱ আহিছে; পিয়াহো নিশ্চয় লাগিছে। বিজয়ে নতুন ধৰণৰ ফলটো হাতত ল'লে। বাহিৰখন বেছ কোমল। ফলটোৰ মূৰত থকা ফুলটো গুচাই তেওঁ সুধিলে—"তুমি নোখোৱা ?"

"খাম, নিশ্চয় খাম"—মহাশ্বেতাইও আন এটা ফলৰ ফুলটো গুচাই তাৰ ভিতৰত থকা পানীখিনি মুখত ঢালি খাবলৈ ধৰিলে। তেওঁক দেখি বিজয়েও ফলটোৰ পানী মুখত ঢালি খালে। আস্—ইমান সুমিষ্ট। কেইঢোকমান খোৱাৰ পিচতেই শৰীৰৰ অৱসাদ নাইকিয়া হৈ গ'ল। এটা অদ্ভুত ধৰণৰ মাদকতা শৰীৰলৈ আহিল। সুপ্ত হ'ব খোজা মনৰ বল যেন আকৌ সঞ্জীৱিত হৈ উঠিল।

"মহাশ্বেতা, সঞ্জীৱনী নৈখন এৰি অহাৰ পিচত যিটো পাহাৰ পাইছিলো তাৰ পিচৰ পৰা আমি অন্ধকাৰৰ মাজেদিয়েই আহিছিলো। তাৰ পিচত আকৌ ইয়াত ফৰিংফুটা জোনাকৰ ফট্‌ফটীয়া পোহৰ পাইছো। আজি পূৰ্ণিমা তিথিৰ দিনা আমি অহা বাটৰ এটা ডাঙৰ অংশ অমাৱস্যাৰ দৰে সম্পূৰ্ণ অন্ধকাৰ হোৱাৰ কাৰণ কি ? মই অকণো বুজা নাই মহাশ্বেতা।"

বিস্তীৰ্ণ সমতল ভূমিৰ ওপৰত নাৰিকল সদৃশ গছৰ কাষত থিয় হৈ

পূৰ্ণ যৌৱনা নাৰী মহাশ্বেতাই চাৰিওফালে প্লাৱিত হৈ পৰা জোনাকৰ পোহৰলৈ চালে আৰু বিজয়ৰ সৰল অথচ কৌতূহলী মুখখনলৈ চাই এটা স্নিগ্ধ আৰু মধুৰ হাঁহিৰে ক'বলৈ ধৰিলে—"তুমি বুজা নাই বীৰ্য্যবাহন? এতিয়া বুজিব নেলাগে। লাহে লাহে তুমি বুজিবা। পূৰ্ণিমাৰ ৰাতি এই পৃথিৱীৰ কিয়দংশ অন্ধকাৰ আৰু অধিকাংশ পোহৰৰ কাৰণ নিশ্চয় আছে। কোনো কথাই অকাৰণত নহয়। নিশ্চয় কাৰণ থাকে। সেয়া তুমি বুজিবা লাহে লাহে।"

মহাশ্বেতাৰ এই ৰহস্যভৰা সমিধানত বিজয় সন্তুষ্ট হ'ব নোৱাৰিলে যদিও সেই প্ৰসঙ্গৰ পৰা তেওঁ আতৰি আঁহিল আৰু সুধিলে—

"আঁৰু কিমান দূৰ মহাশ্বেতা, আৰু কিমান দূৰ আমি যাব লাগিব তোমাৰ সেই জুইকুৰাৰ ওচৰলৈ?"

বিজয়ৰ প্ৰশ্নটোত বোধকৰো এটা ব্যঙ্গৰ সুৰ ফুটি উঠিছিল। মহাশ্বেতাই ক'লে—"সেই অগ্নি, জীৱন অগ্নিৰ বিষয়ে তুমি পৰিহাস নকৰিবা বীৰ্য্যবাহন। যি অগ্নিয়ে মোক জীৱন আৰু অমৰত্ব দিছে আৰু তোমাকো আজি দিব. সেই অগ্নি কেতিয়াও ঠাট্টা বিদ্ৰূপৰ বিষয় হ'ব নোৱাৰে।"

মহাশ্বেতা কিছুসময় মনে মনে থাকিল আৰু বিজয়ৰ প্ৰশ্নৰ উত্তৰ দিলে—"আমাৰ পথ চমু চাপি আহিছে বীৰ্যাবাহন। আৰু বেছি বাট নাই। সৌ পাহাৰখন পাৰ হোৱাৰ পিচতেই আমি আমাৰ লক্ষ্যস্থান পামগৈ। আৰু কিছু সময় ধৈৰ্য্য ধৰা। তাৰপাচত আমাৰ দুয়োৰে মনৰ বাসনা পূৰ্ণ হ'ব।"

ফলৰ ভিতৰত থকা পানীখিনি খোৱাৰ পিচত বিজয়ৰ শৰীৰ আৰু মনত যেন বহুখিনি শক্তি আহিল। মহাশ্বেতাই পাহাৰটোৰ পিনে খোজ চলোৱাৰ লগে লগে বিজয়েও তেওঁক অনুসৰণ কৰি যাবলৈ ধৰিলে। পাহাৰৰ নামনি অংশটো সমতল আছিল. ওখোৰা-মোখোৰা নাছিল। সেইকাৰণে এইবাৰ খোজ কাঢ়ি যোৱাত কোনো অসুবিধা পোৱা নাছিল।

অৱশেষত পাহাৰৰ নামনি পালেগৈ। পাহাৰটোৰ ওপৰৰ কিছু অংশলৈকে শ্যামল গছ-গছনি আছে; কিন্তু একেবাৰে ওপৰৰ পিনলৈ পাহাৰটো ৰুক্ষ যেন লাগিল। পাহাৰৰ শৃঙ্গ নিচেই ওচৰত নহয়। বেছ কিছু সময় উঠিব লাগিব; তাৰ পিচতহে পাহাৰৰ টিংটো পোৱা যাব। পাহাৰটোৰ নামনিত মহাশ্বেতা কিছু সময় ৰ'ল। বিজয়ে ভাবিবলৈ ধৰিলে পাহাৰটো পাৰ হোৱাৰ পিচত কি পোৱা যাব? যি অপাৰ ৰহস্য ভেদ কৰিবলৈ মহাশ্বেতাই বিজয়ক লৈ আনিছে পাহাৰৰ সিপাৰেই বোধকৰো সেই ৰহস্যৰ সমাধান লুকাই আছে। আৰু কিমান সময় এইদৰে গৈ থাকিব লাগিব! এতিয়া দোভাগ ৰাতি হ'বলৈতো আৰু বেছি সময় নাই। এটা কৌতূহলী দৃষ্টিৰে বিজয়ে গোটেই পাহাৰটোলৈ চাই পঠিয়ালে। তেতিয়া জোনাকৰ পোহৰ ফট্‌ফটীয়াকৈ এই ৰহস্যময় পাহাৰটোৰ ওপৰত পৰিছে।

'তোমাৰ নিশ্চয় ভাগৰ লাগিছে বীৰ্য্যবাহন!" বহুত সময় মনে মনে থকাৰ পিচত মহাশ্বেতাই সুধিলে।

"ওহোঁ মোৰ সমূলি ভাগৰ লগা নাই। যি সামান্য অৱসাদ ভাৱ আহিছিল—পানীখিনি খোৱাৰ পিচত সিয়ো নাইকিয়া হ'ল। এতিয়াও মই বহুতো বাট গৈ থাকিম পাৰিম। কিন্তু আৰু কিমান সময় এইদৰে গৈ থাকিব লাগিব সেই চিন্তা মোৰ মনলৈ নহাকৈ থকা নাই। ধৈৰ্য্যৰোতো এটা সীমা নাইজানো?…"

"তোমাৰ ধৈৰ্য্যচ্যুতি ঘটিছে বুলি মই জানিছো। আৰু কিছু সময় ধৈৰ্য্য ধৰা। এই পাহাৰটোৱেই শেষ। এইটো পাৰ হোৱাৰ পিচতেই আমাৰ লক্ষ্যস্থল পামগৈ। এই পাহাৰটো উঠোতে কিছু ভাগৰ লাগিব পাৰে বীৰ্য্যবাহন।…আহাঁ, বেছি পলম কৰাৰ প্ৰয়োজন নাই। পাহাৰটোত উঠো।"

কথাখিনি কৈ কৈ মহাশ্বেতা লাহে লাহে ওপৰলৈ উঠিবলৈ ধৰিলে। তেওঁৰ পিচে পিচে বিজয়। পাহাৰৰ নিম্নাংশ গছ-গছনিৰে ভৰা। ওপৰলৈ উঠি যোৱা বাট বিজয়ে নেদেখিলে। মহাশ্বেতাই গছ-গছনিৰ

মাজে মাজে বাট উলিয়াই যাবলৈ ধৰিলে। কোনো কোনো সময়ত গছৰ ফেৰেঙনি আৰু ডালবোৰ তেওঁৰ কাপোৰত লাগি লাগি ধৰিছিল। সেইবোৰ একৰাই একৰাই মহাশ্বেতা আগবাঢ়ি যাবলৈ ধৰিছিল। স্বাভাৱিকতে তেওঁৰ খোজ মন্থৰ হ'ল। বিজয়ো একে গতিত যাবলৈ ধৰিলে। জোনাকৰ পোহৰত অৱশ্যে আগবাঢ়ি যাওঁতে একো অসুবিধা হোৱা নাছিল। এইদৰে কিছু সময় ওপৰলৈ উঠাৰ পাচত এটা সময়ত লাহে লাহে গছ-গছনিবোৰ নাইকিয়া হৈ আহিবলৈ ধৰিলে। অৱশেষত তেওঁলোকে পাহাৰৰ ওপৰত সমতলৰ নিচিনা এখন বহল ঠাইত থিয় হ'ল। এইখিনি বাট উঠি আহোঁতেই বিজয়ৰ কিছু ভাগৰ লাগিছিল। মহাশ্বেতাক্ষো ভাগৰ লাগিছিল নে নাই বিজয়ে ঠাৱৰ কৰিব নোৱাৰিলে। এই সমতল ভূমিয়েই শেষ নে আকৌ পাহাৰ বগাব লাগিব বিজয়ে ভাবিবলৈ ধৰিলে। পাহাৰটোৰ টিংটো অৱশ্যে তেতিয়াও পাবলৈ কিছু বাকী। এতিয়াও অতিক্ৰম কৰিবলৈ বাকী থকা পাহাৰৰ ওপৰ অংশলৈ চোৱাৰ পিচত বিজয়ৰ মনটো বিমৰ্ষ হৈ পৰিল। কাৰণ ইয়াৰ পৰা শৃঙ্গলৈকে এই অংশটো একেবাৰে উন্মুক্ত আৰু কক্ষ। ক'তো গছ এডালো নাই। গোটেই পাহাৰটো ডাঙৰ ডাঙৰ শিলেৰে ভৰি আছে।

কন্তেক সময় যোৱাৰ পিচত মহাশ্বেতাই আকৌ ভৰি চলালে আৰু ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে। শুকান পাহাৰটোৰ সৰু সৰু শিলবিলাকৰ ওপৰত ভৰি দিওঁতে বিজয়ে বাৰে বাৰে পিছল খাই গৈছিল। অৱশ্যে তেওঁ বৈ যাবলগীয়া হোৱা নাছিল। আগে আগে সহজ আৰু স্বাভাৱিক গতিত গৈ থকা মহাশ্বেতাৰ পিচে পিচে তেওঁ যাবলৈ চেষ্টা কৰিলে। তেতিয়া তেওঁৰ শৰীৰৰ পৰা ঘাম বৰলৈ আৰম্ভ কৰিছিল। এবাৰ তেওঁৰ ভৰিখন শিথিল শিল এটাৰ ওপৰত পৰাত তেওঁ হাম্‌খুৰি খাই পৰি যাব খুজিছিল। থাপ মাৰি অন্য এটা শিলত ধৰিহে কোনোমতে নপৰাকৈ থাকিল। কিন্তু ভৰিত লাগি ছিটিকি যোৱা শিলটো বাগৰি বাগৰি অতল তলীত পৰাত যি শব্দ হ'ল তাক

শুনি বিজয়ৰ মনটো ভাল লাগি গ'ল। কাৰণ শিলটো বাগৰি গৈ নৈৰ পানীত পৰাৰ শব্দ বিজয়ে শুনিছিল। মহাশ্বেতাই কিন্তু এবাৰো পিচলৈ নেচাই পাহাৰৰ ওপৰলৈ উঠি গৈ থাকিল। পাহাৰৰ শৃঙ্গ তেওঁৰ লক্ষ্য।

স্বাভাৱিকতে বিজয়ৰ গতি মহাশ্বেতাৰ তুলনাত মন্থৰ হৈছিল। বনৰ হৰিণীয়ে দেও দি যোৱাৰ দৰে ইটো শিলৰ পৰা সিটো শিললৈ জপিয়াই জপিয়াই ওপৰলৈ উঠি যোৱা মহাশ্বেতাৰ শুভ্ৰ ভৰি দুখনৰ বাহিৰে বিজয়ে অন্যলৈ চকু দিয়া নাছিল। বগা ভৰি দুখনৰ নীলা শিৰবিলাক স্পষ্টভাৱে চকুত পৰিছিল। কিন্তু তেতিয়া মহাশ্বেতাৰ দেহৰ সৌন্দৰ্য্যৰ কথা ইমান সূক্ষ্মভাৱে চিন্তা কৰাৰ সময় বিজয়ৰ নাছিল। শুকান পাহাৰটোৰ ওপৰৰ শিলবিলাক বগাই বগাই উঠি যোৱা বিজয়ৰ পক্ষে কম কষ্টকৰ হোৱা নাছিল। ফোঁপনি উঠিছিল, ভাগৰো লাগিছিল।

এবাৰ হঠাৎ বহুত তলৰ পৰা নৈৰ কুলু কুলু শব্দ তেওঁৰ কাণত পৰিল। ৰুক্ষ পৰিবেশৰ মাজত নৈৰ শব্দই তেওঁৰ অন্তৰত যেন এটা শান্তিৰ প্ৰলেপ পেলালে। তেওঁ ৰৈ দিলে। কাণপাতি শব্দটো স্পষ্টকৈ শুনিবলৈ চেষ্টা কৰিলে। বহুত তলেদি নৈখন বৈ যোৱা যেন অনুমান হ'ল। এইখন একেখন নৈয়েই নেকি যাৰ নাম সঞ্জীৱনী। হয়তো বেলেগ নদীও হ'ব পাৰে। তেওঁ মজলীয়া আকাৰৰ শিল এটা ভৰিৰে ঠেলা মাৰি নৈৰ শব্দ অহাৰ পিনে বগৰাই দিলে আৰু কাণখন থিয় কৰি ৰাখিলে। শিলটো পূৰ্ণ গতিত তললৈ নামি গ'ল আৰু কন্তেক সময়ৰ পিচত পানীত শিল পৰাৰ ক্ষীণ শব্দ এটা ভাঁহি আহিল। ঠিক লগে লগে বাঘৰ গোজৰণিৰ দৰে এটা শব্দও শুনা গ'ল। বিজয় সামান্যভাৱে চক্ খাই উঠিল আৰু সন্মুখৰ পিনে চালে। কিন্তু মহাশ্বেতাক তেওঁ নেদেখিলে। অলপ আগতে তেওঁৰ আগে আগে মহাশ্বেতা গৈ আছিল আৰু এতিয়া তৎক্ষণাৎ ক'লৈ গ'ল? বিজয়ৰ অনতিদূৰত কেবাটাও বিৰাট শিল। যেন শিলৰ প্ৰাচীৰ। এই কাৰণেই বোধকৰো মহাশ্বেতাক বিজয়ে দেখা নাই। এই শিলৰ প্ৰাচীৰে

বোধকৰো মহাশ্বেতাক আঁৰ কৰি থৈছে। কোনে জানে এয়ে হয়তো পাহাৰৰ শৃঙ্গ।

একেলগে অন্য এটা চিন্তাই বিজয়ক অন্যমনস্ক কৰি তুলিলে। অলপ আগতে যে শিলটো নৈত পৰাৰ লগে লগে যি শব্দ ভাঁহি আহিছিল, সি জানো বাঘৰ গৰ্জ্জন নাছিল? কিন্তু বাঘৰ গৰ্জ্জন আহিল ক'ৰ পৰা আৰু কিহৰ কাৰণে? এইটোৱেই মহাশ্বেতাৰ সেই বাঘনেকি? ইমান সময় ক'ত আছিল? মহাশ্বেতাৰ চিৰলগৰীয়া ৰূপে থকা এই মাঘ মহাশ্বেতাৰ লগে লগে কিয় অহা নাছিল। মহাশ্বেতাৰ বাঘটোৰ নিচিনা অন্য এটা বাঘো বিজয়ে এদিন অস্পষ্ট পোহৰত দেখিছিল। নৈখনৰ পৰা ভাঁহি অহা গৰ্জ্জন হয়তো সেই বাঘৰো হ'ব পাৰে।

কিন্তু বিজয়ৰ ক্ষন্তেক অন্যমনস্কতাৰ সময়ত মহাশ্বেতা চকুৰ আঁৰ হোৱাত আচৰিত হোৱাৰ লগতে মহাশ্বেতাৰ ওপৰত সামান্য খঙো উঠিল তেওঁৰ। মহাশ্বেতাইতো পিচলৈ ঘূৰি চোৱা উচিত আছিল আৰু বিজয়ৰ কাৰণে ৰ'ব লাগিছিল। এই কথাখিনি ভবাৰ লগে লগে বিজয়ৰ মনটো বিদ্ৰোহী হৈ উঠিল। তেওঁ ভাবি পেলালে, এতিয়া মহাশ্বেতা তেওঁৰ চকুৰ আঁৰ হৈ গৈছে; এতিয়া যদি মনে মনে বিজয় পুনৰ ঘূৰি যায়। কিন্তু লগে লগে এটা অবোধ বেদনাই তেওঁৰ মনটোক আৱৰি ধৰিলে। ওহোঁ, মহাশ্বেতাক এৰি তেওঁতো কেতিয়াও উভতি যাব নোৱাৰে।

অজানিতে বিজয় মুখৰ পৰা এটা চিঞৰ ওলাই আহিল—"মহাশ্বেতা! মহাশ্বেতা!"

সন্মুখত থকা বিৰাট শিলবিলাকত প্ৰতিধ্বনিত হৈ সেই শব্দ সমগ্ৰ পাহাৰ-কন্দৰত বিয়পি পৰিল। তাৰপিচত পুনৰ নিস্তব্ধতা। আকৌ বিজয়ে চিঞৰিলে। এইবাৰো প্ৰতিধ্বনিৰ বাহিৰে অন্য শব্দ উভতি নাহিল।

শিলৰ প্ৰাচীৰৰ পিনে বিজয় আগবাঢ়ি গ'ল। তেওঁ দেখিবলৈ পালে প্ৰাচীৰৰ কাষেদি এটা অস্পষ্ট বাট সোঁ পিনলৈ গৈছে। তেওঁ

সেই বাটটোৱেদি লাহে লাহে ওপৰলৈ উঠি যাবলৈ ধৰিলে। তেতিয়াও তেওঁ মহাশ্বেতাক দেখা পোৱা নাছিল।

এইদৰে কিছু সময় যোৱাৰ পিচত বাওঁপিনে ঘূৰাৰ লগে লগে বিজয়ে যি অপৰূপ প্ৰাকৃতিক দৃশ্য দেখিলে কিছু সময় তেওঁ অভিভূত হৈ পৰিল।

পাহাৰৰ শৃঙ্গটো স্পষ্টভাৱে জিলিকি আছে। কিন্তু সেয়া জোনাকৰ পোহৰত জিলিকা উজ্জ্বলতা নাছিল। এটা ৰঙা উজ্জ্বল আভাই চৌদিশ উজ্জ্বল কৰি তুলিছিল, যিদৰে আবেলি আৰু সন্ধিয়াৰ দোমোজাত ৰাঙ্গনি বেলিয়ে এটা নিস্তাপ ৰঙা পোহৰ চাৰিওফালে ঢালি দি পৃথিৱীৰ পৰা মেলানি মাগে। এই ৰঙা পোহৰে যেন পূৰ্ণিমাৰ দোভাগ ৰাতিৰ চন্দ্ৰৰ উজ্জ্বল পোহৰো ম্লান কৰি পেলাইছিল। ৰঙা, ৰঙা—চাৰিওফালে ৰঙা। এটা যেন সপোনৰ মায়া।

কিন্তু ক'ৰপৰা আহিছে সেই ৰঙা পোহৰ! লেলিহান অগ্নিশিখাৰ পোহৰ দূৰৈৰ পৰা এনেকুৱা ৰঙা যেনেই দেখি। তেন্তে সেয়া জুইৰে পোহৰ নেকি? যদি সেয়ে হয় সেই জুইৰ পোহৰ আহিল ক'ৰপৰা।

মহাশ্বেতাই কোৱা অগ্নিশিখাৰ পোহৰ বোধকৰো সেয়েই। কিন্তু মহাশ্বেতা গ'ল কলৈ? মহাশ্বেতাকতো তেওঁ দেখা নাই। কিন্তু··· কিন্তু সৌৱা অনতিদূৰত পাহাৰৰ শৃঙ্গৰ কাষত এটা অৱয়ব নহয়নে? নাৰীমূৰ্ত্তি নহয়নে?

···ক্ষিপ্ৰ গতিত তেওঁ আগবাঢ়ি যাবলৈ ধৰিলে কিছুদূৰ উঠাৰ পিচত তেওঁ মহাশ্বেতালৈ চাই পঠিয়ালে। অবাক বিস্ময়েৰে বিজয়ে চাবলৈ ধৰিলে। মহাশ্বেতাৰ শৰীৰ আৰু মুখৰপৰা যেন এটা অপাৰ্থিব জ্যোতি ওলাই আহিছে। মুখত এটা শান্ত সৌম্য অথচ উজ্জ্বল আভা। এয়া আছিল মহাশ্বেতাৰ অগ্নিপৰশা ৰূপ। অনিন্দ্য সুন্দৰী মহাশ্বেতাৰ এই ৰূপ দেখি বিজয়ে অবাক হৈ কিছু সময় ওপৰলৈ চাই থাকিল। তাৰপিচত পাহাৰৰ টিঙত বৈ থকা মহাশ্বেতাৰ ওচৰলৈ খৰবেগে উঠি যাবলৈ ধৰিলে।

পাহাৰৰ টিঙত মহাশ্বেতাৰ কাষত থিয় হ'ল বিজয়। এইখিনি উঠোতেই তেওঁৰ উশাহ খৰ হৈ পৰিছিল। নিচেই কাষৰ পৰা তেওঁ মহাশ্বেতাক চালে। মহাশ্বেতাক এনেৰূপত আগতে বিজয়ে দেখা নাই। জীৱনৰ চৰম তাৎপৰ্য্যপূৰ্ণ এটি শুভক্ষণ একেবাৰে ওচৰ চাপি আহিছে, অথচ অন্তৰৰ উদ্বেগ আৰু আকুলতা যেন মুখমণ্ডলত প্ৰকাশ হৈ উঠা নাই। এতিয়া মহাশ্বেতাৰ অন্তৰত চঞ্চলতাৰ ধুমুহা বৈ আছে। কিন্তু মুখখন শান্ত আৰু আগতকৈ বহুখিনি গম্ভীৰ। জোনাকৰ পৰিবেশত নতুনকৈ জন্ম পোৱা অগ্নিৰ ৰঙা আভাই তেওঁৰ সৰ্ব্বশৰীৰ আৰু মুখৰ ওপৰত এটা অপাৰ্থিৱতাৰ প্ৰলেপ সানিছে। বিজয়লৈ চাই মহাশ্বেতাই মৃদুভাৱে হাঁহিলে। একো নেমাতিলে। অলপ আগতে মহাশ্বেতাৰ ওপৰত উঠা খং আৰু অভিমান এই উৰ্দ্ধলোকী পৰিবেশত নিচেই নগণ্য যেন অনুমান হ'ল। বিজয়ে একো নেমাতিলে। কথা ক'বলৈ তেতিয়া তেওঁৰ মুখৰ ভাষা ৰুদ্ধ হৈ গৈছিল।

এইবাৰ বিজয়ে পাহাৰৰ শৃঙ্গৰ সিটো দিশলৈ চাই পঠিয়ালে। যি দৃশ্য তেওঁৰ চকুত উদ্ভাসিত হ'ল, বিস্ময়ত তেওঁ মুখ মেলি চাই থাকিল। এটা সামান্য শব্দও তেওঁৰ কণ্ঠৰ পৰা ওলাই নাহিল: অন্তৰৰ ভিতৰত মাত্ৰ দুটা অনুভূতি সঞ্চালিত হবলৈ ধৰিলে। ভীতি আৰু আনন্দ। আনন্দৰ পুলকতা আৰু আতঙ্কৰ বিহ্বলতা।

সেয়া আছিল আকাশ স্পৰ্শ কৰিব খোজা লেলিহান অগ্নিশিখা। দাউ-দাউকৈ জ্বলি আছে সেই জুই। কি তাৰ ভয়াবহ ৰূপ! এই ভয়ঙ্কৰৰূপী অগ্নিৰ পোহৰ ঢাক খুৱাই থৈছে দুকাষে থকা পাহাৰ দুটাই। দুয়োটা পাহাৰেই এই অগ্নিৰ ৰঙা পোহৰত আলোকিত হৈ আছে। সিটো পাহাৰো এইটোৰ নিচিনাই কক্ষ।

দুই পাহাৰৰ মাজত শ্যামল উপত্যকাৰ মাজভাগত ৰাজসূয় যজ্ঞৰ দৰে সজ্জিত অগ্নিৰ বেদী। এই অগ্নিৰ কাৰো লগতেই তুলনা নহয়। সীমিত পটভূমিৰ মাজত প্ৰকাশ পোৱা এই ভয়াবহতাৰ লগত কাৰোবাৰ তুলনা কৰিলে যেন প্ৰকৃতিৰ আদিম অন্তৰৰ অৱমাননা ঘটিব। উপত্যকাৰ

কাষত সেয়া এখন সক নদী। তাৰ পানীবোৰো পাহাৰ ছুটাৰ দৰে বগুচুৱা। এই দৃশ্যত ভয়াবহতা আছে, কিন্তু অনুভূতিত আছে এটা শান্ত শীতলতা। জুই অথচ ইয়াৰ কোনো তাপ নাই। উত্তাপ থকা হ'লে বিজয়ে ইমান সময় অনুভৱ কৰিলেহেঁতেন।

তেওঁ মহাশ্বেতাৰ মুখলৈ চালে, মহাশ্বেতাইও সেই অগ্নিলৈ চাই আছিল। কিন্তু তেওঁৰ মুখত কিহৰ অভিব্যক্তি? কি ভাবিছে মহাশ্বেতাই? কিয় তেওঁ ইমান গহীন গম্ভীৰ??

অৱশেষত মহাশ্বেতাৰ ভাৱনাৰ অন্ত পৰিল। তেওঁ পূৰ্ব্বতকৈ গম্ভীৰ হৈ পৰিছে। তেওঁ এবাৰ বিজয়লৈ চালে আৰু লাহে লাহে জুই জ্বলি থকা উপত্যকাৰ পিনলৈ যাবলৈ ধৰিলে। এইয়া নামি যোৱা পথ আছিল; কিন্তু সহজ-সাধ্য নাছিল। ওখ ওখ শিলবোৰে নামি যোৱা বাটটোত বাধাৰ সৃষ্টি কৰিছিল। মহাশ্বেতাই কিন্তু নিৰ্বিকাৰ ভাৱে নামিবলৈ ধৰিলে। ক'ৰবাত হয়তো শিলত তেওঁৰ কাপোৰৰ আগ লাগি ধৰিছিল; কিন্তু আলফুলকৈ এৰুৱাই মহাশ্বেতা আগুৱাই গ'ল। ইমানবোৰৰ পিচতো মহাশ্বেতাৰ মূৰৰ ওৰণি খহি পৰা নাছিল।

বিজয়েও এটা অজ্ঞাত ইঙ্গিতত মহাশ্বেতাক অনুসৰণ কৰি যাবলৈ ধৰিলে। কোনো দিনে নেদেখা জ্বলন্ত অগ্নিশিখাৰ সৌন্দৰ্য্য অপলক নেত্ৰে চাই চায়েই তেওঁ আগবাঢ়িছিল। বিজয়ৰ মনত সন্দেহ হৈছিল ওচৰ চাপি যোৱাৰ লগে লগে অগ্নিৰ তাপ অসহনীয় হৈ পৰিব। কিন্তু আচৰিত! যিমানেই জুইৰ ওচৰলৈ তললৈ নামি গ'ল, সিমানেই তেওঁৰ শৰীৰত শান্ত শীতলতাৰ জুৰ বতাহৰ বা' অনুভৱ কৰিবলৈ ধৰিলে। পাহাৰৰ নামনিৰ উপত্যকা অঞ্চলত হঠাৎ কেনেকৈ ইমান বতাহ আহিল বিজয়ে ভাবি নেপালে। সেই বতাহত মহাশ্বেতাৰ গাৰ বসন উৰি যাব খুজিছে—মূৰৰ ওৰণিও বাৰে বাৰে পৰি যাব খুজিছে।

অৱশেষত তেওঁলোক কোমল ঘাঁহেৰে ভৰা উপত্যকাত থিয় হ'লগৈ। মহাশ্বেতা খুব লাহে লাহে আগবাঢ়ি না তিবৃহৎ সীমিত অংশত

জ্বলি থকা অগ্নিথলীৰ সামান্ত দূৰৈত থিয় হ'ল। বিজয়ো গ'ল তেওঁৰ পিচে পিচে।

এইবাৰ বিজয়ে জুইকুৰা ভালকৈ দেখিলে। আগ্নেয়গিৰিৰ দৰে জুইকুৰা ভূগৰ্ভৰ পৰা ওলাইছে। কিন্তু আগ্নেয়গিৰিৰ প্ৰচণ্ডতা এই জুইত নাই। পাহাৰৰ মুখৰ পৰাও উদ্গীৰণ হোৱা নাই। মাটিৰ বুকুৰ পৰাই ইয়াৰ জন্ম। অনিৰ্ব্বাণভাৱে জ্বলি থাকিবলৈ এই জুইকুৰাত কোনো দাহ্য পদাৰ্থ নাই। অগ্নিৰ শিখাবোৰত ধ্বংসৰ ইঙ্গিত নাই—দাহনৰ প্ৰবৃত্তিও নাই। শান্ত-সমাহিত ভাৱেৰে শব্দহীন আৰু নীৰৱে জ্বলি আছে যেন কাৰোবাৰ অমোঘ আদেশত। সমগ্ৰ উপত্যকাটোত এটা মৃত্যু-নীৰৱ শীতলতা বিৰাজ কৰিছে। বিজয় আৰু মহাশ্বেতাৰ উশাহ-নিশাহৰ বাহিৰে ইয়াত অন্য কোনো পাৰ্থিৱ শব্দ নাই। আকাশৰ ঠিক মাজতে চন্দ্ৰ। চন্দ্ৰৰ পোহৰ আৰু নীলা অগ্নিশিখাৰ পোহৰে গোটেই উপত্যকাটো দিন যেন পোহৰ কৰি থৈছে।

## ॥ একৈশ ॥

বহুত সময় নির্নিমেষ নয়নে অগ্নিকুণ্ডলৈ চাই থাকাৰ পিচত মহাশ্বেতাই গম্ভীৰ কণ্ঠেৰে ক'বলৈ ধৰিলে—"ভূমণ্ডলৰ সকলো শক্তিৰ উৎস এই অগ্নি। ভূ-গৰ্ভৰ পৰাই ইয়াৰ জন্ম। এই অগ্নিৰ শক্তি অসীম আৰু পবিত্ৰ। সৃষ্টিৰ পাতনিৰে পৰা অনন্তকাল একেদৰেই, একে শক্তিৰেই অজস্ৰ শিখা মেলি এই অগ্নি জ্বলি আছে আৰু চিৰদিন জ্বলি থাকিব। বীৰ্য্য-বাহন, চিৰ শাশ্বত এই অগ্নিৰেই মই আশীৰ্বাদ লাভ কৰিছিলো; সেই আশীৰ্ব্বাদত আছিল অনন্ত আয়ুস, অতুলনীয় ৰূপ-যৌৱন আৰু অলৌকিক শক্তি।"

কিছু সময় নিস্তব্ধ। মহাশ্বেতাৰ অত্যুজ্জ্বল মুখখনত এটি স্বৰ্গীয় আভা। আকৌ মহাশ্বেতাই লাহে লাহে ক'বলৈ ধৰিলে--

"অলপ সময়ৰ পিচতেই আমাৰ দুয়োৰে মিলনৰ মহালগ্ন উপস্থিত হ'ব। সেই মহালগ্নত আমি সৌ নদীৰ মাজত থিয় হৈ এই অগ্নি শক্তিক সাক্ষী ৰাখি দুয়ো দুয়োকে চিৰকালৰ কাৰণে গ্ৰহণ কৰিম। কিন্তু আসন্ন সেই লগ্নৰ আগমুহূৰ্ত্তত এই অগ্নি-শক্তিৰ পৰা মই লাভ কৰাৰ দৰে তুমিও অনন্ত আয়ুস, অফুৰন্ত ৰূপ-যৌৱন আৰু অমিত বিক্ৰম গ্ৰহণ কৰিব লাগিব। বৰ্ত্তমানৰ তোমাৰ এই জীৱন আৰু যৌৱন ক্ষণস্থায়ী আৰু সীমাবদ্ধ।"

মহাশ্বেতাৰ কথা শুনি বিজয়ে এটা আশ্চৰ্য্যৰ দৃষ্টিৰে তেওঁলৈ চালে। কি ক'ব বিচাৰিছে মহাশ্বেতাই ?

"আৰু সীমাহীন মোৰ আয়ুসে তোমাৰ সীমাবদ্ধ জীৱনটোক ধৰি ৰখা সম্ভৱপৰ নহয়। সীমাবদ্ধ জীৱনত আকৌ পূৰ্ব্বৰ পৰিণতিৰ পুনৰাবৃত্তি

ঘটিব। আকৌ তোমাৰ কাৰণে অপেক্ষা কৰিব লাগিব অনন্তকাল। সেই বাবে তুমি কেৱল মোৰ কাৰণেই নহয়—আমাৰ দুয়োৰে কাৰণে আজি এই মুহূৰ্ত্তত অগ্নি-শক্তি লাভ কৰিব লাগিব। মই যেনেদৰে এই শক্তি লাভ কৰিছিলো, ঠিক তেনেদৰে।"

ক্ষন্তেক সময় মহাশ্বেতাই বিজয়ৰ চকুলৈ চাই থাকিল। তেওঁ আকৌ সুধিলে—"তুমি প্ৰস্তুত নে বীৰ্য্যবাহন?"

একাগ্ৰচিত্তে শুনি থকাৰ পিচত মহাশ্বেতাৰ প্ৰশ্নত বিজয়ে যেন সম্বিত ঘূৰাই পালে। তেওঁ দৃঢ়ভাৱে গম্ভীৰ স্বৰত কৈ উঠিল—"মই প্ৰস্তুত মহাশ্বেতা, তুমি যি কৰিবলৈ ক'বা তাকেই কৰিম। তোমাৰ সকলো কথাই মই শুনিবলৈ সাজু।"

মহাশ্বেতাই আনন্দৰ এটা স্নিগ্ধ হাঁহিৰে বিজয়ৰ পিনে এখোজ আগুৱাই গ'ল। সংযমৰ বান্ধ কিন্তু শিথিল নহ'ল।

"মই জানো বীৰ্য্যবাহন, মই যি কওঁ তুমি তাকেই শুনিবা। কিমান পুণ্য আৰু তপস্যাৰ বলত তোমাক মই পাইছো তুমি নুবুজিবা। আৰু কেইটামান মুহূৰ্ত্তৰ পিচত তোমাক মই সম্পূৰ্ণৰূপে পাম। আজি মোৰ কিমান ডাঙৰ দিন। মোৰ নিচিনা ভাগ্যৱতী কোন আছে?"

ভাবৰ আৱেগত মহাশ্বেতাৰ চকুত কেইটোপালমান পানী চিক্‌মিকাই উঠিল।

বিজয়ে ক'বলৈ ধৰিলে—"কিন্তু অগ্নি-শক্তিৰ পৰা কেনেকৈ মই অন্তহীন আয়ুস, যৌৱন আৰু শক্তি লাভ কৰিম, মই এতিয়ালৈকে নাজানোম হাশ্বেতা। তুমিও কোৱা নাই তুমি কেনেকৈ এই শক্তি লাভ কৰিছিলা।"

মহাশ্বেতা তেতিয়াও আবেগ-বিহ্বলতাৰ পৰা মুক্ত হ'ব পৰা নাছিল। বিজয়ৰ প্ৰশ্নৰ উত্তৰত তেওঁ ক'লে—"তাকেই মই এতিয়া তোমাক ক'ম বীৰ্য্যবাহন। কিন্তু তুমি এই অগ্নি-শক্তি লাভ কৰাৰ আগতে তোমাক মই আকৌ এবাৰ এটা প্ৰশ্ন সুধিব খুজিছো। এই প্ৰশ্ন তুমি মোক আৰু মই তোমাক সোধাৰ কোনো প্ৰয়োজন নাছিল। অব্যক্ত

ভাষাৰেই মই সকলো জানিছো। তথাপিও আজি আমাৰ জীৱনৰ এই চৰম মুহূৰ্ত্তত তোমাৰ মুখৰ ভাষাৰে মই জানিব বিচাৰিছো—"

"কি প্ৰশ্ন তুমি কৰিব খুজিছা মহাশ্বেতা? তুমি কি জানিব বিচাৰিছা কোৱা। আজি মোৰতো কোনো স্বকীয়া অস্তিত্ব নাই, যাৰ দ্বাৰা তুমি মোৰ মুখৰ পৰা বেলেগ ভাষা শুনিবা।"

"জানো মই বীৰ্য্যবাহন। তথাপিও মই সুধিব লাগিব। কোৱা বীৰ্য্যবাহন, তুমি এই অগ্নিলৈ চাই কোৱা। বিলাসিলৈ তোমাৰ মনত পৰে? যিজনী নাৰীয়ে মোৰ জীৱনত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল আৰু যাক সেই কাৰণেই মই নিৰ্ব্বাসন দিছিলো, কোৱা, দ্বিধা নকৰিবা, মনত পৰে!?

ক্ষন্তেক মৌন হৈ ৰ'ল বিজয়। তাৰ পিচত আকুল ভাৱে চাই থকা মহাশ্বেতাৰ পিনে চাই ক'লে—"পৰে মহাশ্বেতা।"

"এতিয়াও মনত পৰে? এতিয়াও পাহৰিব পৰা নাই?"—মহাশ্বেতাৰ কণ্ঠস্বৰ আৰ্ত্তনাদ যেন লাগিল।

"কিন্তু তাৰ কোনো মূল্য নাই। কাৰণ যি ভালপোৱাৰ মাজত জন্ম-জন্মান্তৰৰ এটি ফল্গুধাৰা বৈ আছে, যি মৰমৰ মাজত মাতৃবুকুৰ উষ্ণতা অনুভৱ কৰিব পাৰি, যি স্নেহ দিব পাৰে ভগ্নীয়ে ভ্ৰাতৃক, যি নাৰী-শক্তিৰ বৰ্ত্তমানত মমত্ববোধ জাগি উঠে, প্ৰস্ফুটিত ভেটফুলৰ দৰে জলৰ আধাৰ শান্ত কৰে আৰু পুৰুষৰ বুকুত উদ্দীপনা জগায়—এই সকলোবোৰ উলাই কৰিব পৰা শক্তি কোনো পুৰুষৰ নাই মহাশ্বেতা। সেই পুৰুষ ভাগ্যৱান। আজি পূৰ্ণিমাৰ এই দোভাগ নিশা এই সেউজীয়া উপত্যকাৰ মাজত ভূ-গৰ্ভৰ পৰা জন্ম হোৱা লেলিহান অগ্নিৰাশি আৰু তুমি মহাশ্বেতা—এই সকলোবোৰৰ আগত বিলাসিৰ স্থান মই বিচাৰি পোৱা নাই।"

জুইৰ নীলা শিখাবোৰলৈ চাই ভাৱ-মগ্ন হৈ বিজয়ে কথাবোৰ কৈ গৈছিল। ক্ষন্তেক সময় নিস্তব্ধতাৰ পিচত আকৌ তেওঁ সুধিলে—

"আৰু কিবা সুধিবা মহাশ্বেতা?"

মহাশ্বেতাৰে চালে বিজয়ে। মহাশ্বেতাৰ শুভ্ৰগাল দুখনৰ ওপৰেদি দুধাৰি লোতক বৈ আছিছে।

"মোৰ সুধিবলগীয়া একো নাই বীৰ্য্যবাহন! মই সন্তুষ্ট—মই তৃপ্ত।"

"এতিয়া পলম কৰাৰ কোনো প্ৰয়োজন নাই বোধকৰো। এইবাৰ কোৱা, মই এই অগ্নিৰ পৰা কিদৰে শক্তি আহৰণ কৰিব লাগিব?"

মহাশ্বেতা পুনৰ স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল আৰু গম্ভীৰ স্বৰত ক'বলৈ ধৰিলে,—"ঠিকেই কৈছা, পলম কৰাৰ কোনো প্ৰয়োজন নাই। বীৰ্য্যবাহন, এই অগ্নিৰ মাজলৈ তুমি দৃষ্টি নিক্ষেপ কৰা। এই অগ্নি-শক্তিৰ কোনো জ্বলন্ত উত্তাপ নাই; ই কাকো দহন নকৰে। বৰং শান্ত-শীতল নিজৰাৰ পানীৰ দৰে ই শৰীৰ জুৰ পেলায়। বীৰ্য্যবাহন শুনা, তুমি ধীৰে ধীৰে আগবাঢ়ি গৈ অগ্নিত প্ৰৱেশ কৰিবা আৰু তাৰ মাজেদি খোজ কাঢ়ি বিপৰীত দিশ পাবাগৈ। তাৰ পিচত আকৌ তুমি একেটা পথেৰে অগ্নিৰ মাজেদি উভতি আহিবা।"

"কি কৈছা তুমি মহাশ্বেতা?"—বিজয় আচৰিত হ'ল। মহাশ্বেতাৰ কথাবোৰ দুৰ্ব্বোধ্য যেন লাগিল। ই কেনেকৈ সম্ভৱপৰ হ'ব? জ্বলি থকা অগ্নিকুণ্ডৰ মাজেদি বিজয়ক খোজকাঢ়ি যাবলৈ সঁচাকৈয়ে মহাশ্বেতাই কৈছেনে? মহাশ্বেতাৰ কথাবোৰ বিজয়ে নিশ্চয় ভুল শুনা নাই।

"কিন্তু মহাশ্বেতা, জ্বলি থকা জুই একুৰাৰ মাজেদি···।"

"একো ভয় নাই বীৰ্য্যবাহন। ভয় কৰিবলগীয়া একো নাই। তোমাক মই কৈছো, এই অগ্নিয়ে জীৱনহে দিয়ে। মৃত্যুৰ বিভীষিকা ইয়াত নাই। ইয়াত আছে জীৱনী শক্তি। অকনো শঙ্কা নকৰিবা।"

তথাপিও বিজয়ৰ মনটোৱে এই কথা মানিবলৈ টান পালে। অগ্নিৰ দাহিকা শক্তি নাই? ই যে অবিশ্বাস্য। জুই আৰু পানীৰ শীতলতা কেনেকৈ একে হ'ব পাৰে? ই কেতিয়াও একে হ'ব নোৱাৰে। ই অসম্ভৱ।

হঠাৎ মহাশ্বেতাৰ প্ৰতি বিজয়ৰ এটা সন্দেহৰ ভাৱ জাগি উঠিল। ই মহাশ্বেতাৰ কু-অভিসন্ধি নহয়তো। ওঁহো নাই, নাই, কেতিয়াও হ'ব নোৱাৰে। কি ভাবিছে তেওঁ এইবোৰ? তেওঁৰ মনটো ইমান দুৰ্বল হৈ পৰিছে কিয়? যি মহাশ্বেতাই বীৰ্য্যবাহনৰ কাৰণে অনন্ত কাল বৈ আছিল, সেই বীৰ্য্যবাহনকেই কিয় আজি তেওঁ অগ্নিৰ গৰ্ভলৈ ঠেলি পঠিয়াব?

"বীৰ্য্যবাহন, ভয়, শঙ্কা আৰু সন্দেহে তোমাক আকৌ দুৰ্বল কৰি পেলাইছে। তুমি সাহস হেৰুৱাই পেলাইছা। তুমি তোমাৰ মহাশ্বেতাক বিশ্বাস কৰা। এই অগ্নিয়ে হানি নকৰে। তাৰোপৰি সঞ্জীৱনী কুণ্ডত তুমি সূৰ্য্য-শক্তি আহৰণ কৰাৰ পিচত তোমাৰ কোনো ক্ষয়-ক্ষতি হোৱাৰ আশঙ্কা নাই।"

ক্ষন্তেক নিৰৱতাৰ পিচত মহাশ্বেতাই পুনৰ ক'লে—"মহাশ্বেতাই বিচাৰে তেওঁৰ স্বামী হওক অগ্নি-শক্তি ধাৰক, চিৰ আয়ুষ্মান, বিশ্বজয়ী জ্যোতিষ্মান পুৰুষ। কোৱা বীৰ্য্যবাহন, তোমাৰ মনত কিহৰ সন্দেহ, কিহৰ শঙ্কা—কিহৰ ভয়??"

"সন্দেহ, ভয়, শঙ্কা মনৰ পৰা আঁতৰাই পেলাবলৈ চেষ্টা কৰিছো মহাশ্বেতা, কিন্তু···"

"কিন্তু তুমি বুজা নাই বীৰ্য্যবাহন, তোমাৰ এই অমূলক সন্দেহে আমাৰ চিৰ আকাঙ্ক্ষিত মিলনৰ মহালগ্নক পিচলৈ ঠেলি পঠিয়াব। হয়তো সেই ক্ষণ আমি দুনাই নেপাম। বীৰ্য্যবাহন, কোৱা তুমি মোক নিবিচাৰা?"

"মহাশ্বেতা!!"

"তেন্তে কিহৰ বাবে তোমাৰ ইমান দ্বিধা আৰু শঙ্কা?? পলম নকৰিবা। মনৰ সকলো জড়তা আৰু ভয় পৰিত্যাগ কৰা।"

কিন্তু বিজয়ৰ ইতস্ততঃ ভাৱ আঁতৰি নগ'ল। তেওঁৰ মন তেতিয়াও শঙ্কামুক্ত হ'ব পৰা নাছিল। তথাপিও বুকুত সাহস সঞ্চয় কৰি মন্থৰ পদক্ষেপে অগ্নিৰ পিনে যাবলৈ ধৰিলে। আকৌ তেওঁ বৈ দিলে। এটা

সহজাত ভয়ে তেওঁৰ নিৰ্ভীক মনটোক বাৰে বাৰে বাধা দিছে। মহাশ্বেতাই বুজি পালে তেওঁৰ বীৰ্য্যবাহনৰ মনৰ পৰা এতিয়াও সম্পূৰ্ণৰূপে ভীতি ভাৱ আঁতৰি যোৱা নাই।

তেতিয়া মহাশ্বেতাই ক'লে—"মহাশ্বেতাৰ স্বামী কাপুৰুষ হ'লে শোভা নেপায়। তোমাক মই সাহসী বুলিয়েই জানিছিলো।"

বিজয় নিজেও আচৰিত হৈছে। মহাশ্বেতাই ইমানকৈ কোৱা স্বত্বেও তেওঁৰ মনৰ পৰা আজি কিয় ভয়ৰ ভাৱ আঁতৰি যোৱা নাই? এতিয়াতো তেওঁ এই বিৰাট জুই কুৰাৰ কাষতেই আছে; তথাপিও তেওঁৰ গাত অকণো উত্তাপ লগা নাই। বৰং এটা শীতলতাহে অনুভৱ কৰিছে। তেন্তে ইমান ভয় কৰিছে কিয়?

তেওঁক উৎসাহিত কৰিবৰ কাৰণেই মহাশ্বেতাই এইবাৰ এটা মিঠা হাঁহিৰে ক'লে—"এই অগ্নিত প্ৰবেশ কৰিবলৈ তুমি ভয় কৰিছা। ময়েই তোমাক দেখুৱাই দিম বাৰু। চোৱা, কেনেকৈ এই অগ্নিত প্ৰৱেশ কৰিব লাগে। মোক দেখিলে তোমাৰ সকলো আড়ষ্টতা আৰু ভয় দূৰ হৈ যাব, চোৱা।"

কৈ কৈয়েই অসীম শক্তিধাৰিণী, অলৌকিক শক্তিসম্পন্না মহাশ্বেতা হাঁহি হাঁহি অগ্নিথলীৰ কাষ চাপিল আৰু বিস্ময়ত হতবাক হোৱা বিজয়ৰ চকুৰ আগতেই ধীৰে ধীৰে অগ্নিত প্ৰৱেশ কৰিলে। বিজয়ৰ মুখৰ পৰা তেতিয়া ভীতি-ব্যঞ্জক এটা অদ্ভুত স্বৰ ওলাই আহিল

মহাশ্বেতা অগ্নিৰ মাজ পাইছেগৈ। স্বচ্ছ পানীত দেখাৰ দৰে নীলা অগ্নিশিখাৰ মাজেদি মহাশ্বেতাৰ মুখত লাগি থকা আত্ম-প্ৰত্যয় আৰু আশ্বাসৰ হাঁহি মধুৰ ভাৱ তেতিয়া জিলিকি উঠিছিল।

মহাশ্বেতাৰ এই অগ্নিৰ পৰশ পোৱা ৰূপ বেছি সুন্দৰ, মনোমোহা, কমনীয় আৰু অধিক স্নিগ্ধ। চাওঁতে চাওঁতে অত্যন্ত সহজ আৰু স্বাভাৱিকভাৱে মহাশ্বেতা অগ্নিৰ মাজেদি গৈ সিটো দিশ পালেগৈ। তাৰ পিচত তেওঁ ঘূৰিল—লেলিহান অগ্নিশিখাৰ মাজেদি বিজয়লৈ চাই

হাঁহিলে আৰু আকুলভাৱে বাট চাই থকা বিজয়ৰ পিনে এইবাৰ ক্ষিপ্র খোজত আহিবলৈ ধৰিলে।

ইফালে বিজয় ভীষণভাৱে উদ্বাউল হৈ পৰিছে। তেওঁৰ অন্তৰ এতিয়া সম্পূর্ণ মুক্ত আৰু পৰিষ্কাৰ। কোনো ভয় আৰু শঙ্কা নাই। মহাশ্বেতাই পোৱাৰ দৰে আজি এই অনির্ব্বাণ অগ্নিৰ পৰা তেৱোঁ অসীম শক্তি লাভ কৰিব। তাৰ পিচত মহাশ্বেতাক গ্রহণ কৰিব জন্ম জন্মান্তৰৰ লগৰী হিচাবে। তেওঁ চিঞৰি উঠিল—"আহা মহাশ্বেতা!!"

কিন্তু আচৰিত! ই কি! কি দেখিছে বিজয়ে! অগ্নিৰ সোঁমাজ পাৰ হোৱাৰ পিচতেই মহাশ্বেতাৰ মুখৰ বৰণ যেন হঠাৎ সলান হ'ল। এটা মিঠা হাঁহিৰে আগবাঢ়ি আহি থকা মহাশ্বেতা কিহবাৰ ভয়ত যেন চকিত হৈ পৰিল। কিহবাৰ আশঙ্কাত মুখখন যেন ক'লা পৰি গ'ল। কি দেখিছে এইবোৰ বিজয়ে? নিশ্চয় তেওঁ ভুল দেখিছে। অগ্নিত প্রৱেশ কৰিবৰ কাৰণে বিজয় ইমান বেছি উদ্বাউল আৰু চঞ্চল হৈ পৰিছে যে তেওঁৰ দৃষ্টিৰ বোধকৰো ভ্রম ঘটিছে, মহাশ্বেতাৰ মুখৰ বৰণ সলনি হোৱা তেওঁ দেখিবলৈ পাইছে। সৌৱা মহাশ্বেতা ক্ষিপ্র গতিত আহিব ধৰিছে। তেওঁ বুৰি আহি অগ্নি-শিখাৰ মাজ পালেহি; এইবাৰ তেওঁ মাটিত ভৰি দিব। তাৰপিচত বিজয়ৰ মনৰ সকলো উগুল-থুগুল ভাৱৰ অৱসান ঘটিব।

মহাশ্বেতাই অগ্নি ৰেখা পাৰ হৈ মাটিত ভৰি দিলে। কিন্তু···কিন্তু ···ইকি!! কি হ'ল মহাশ্বেতাৰ? মাটিত ভৰি দিয়াৰ লগে লগেই মহাশ্বেতা ধাচ্‌কৈ মাটিত বাগৰি পৰিল। মাটিৰ পৰা উঠিবলৈ তেওঁ আপ্রাণ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। কিবা এটি প্রচণ্ড শক্তিয়ে যেন তেওঁক মাটিৰ পৰা উঠাত বাধা দিছে।

বিজয়ৰ মুখৰ পৰা এটা তীব্র আর্ত্তনাদ ওলাই আহিল—"কি হ'ল, কি হ'ল মহাশ্বেতা??"

সেই আর্ত্তনাদে গোটেই উপত্যকাৰ বায়ু বিদীর্ণ কৰিলে। ভীষণ ক্ষিপ্রতাৰে আগবাঢ়ি গৈ মহাশ্বেতাৰ হাতখনত ধৰি তুলি দিব খুজিলে।

মহাশ্বেতাই এইবাৰ তীব্ৰ স্বৰত চিঞৰি উঠিল—"নুচুবা বীৰ্য্যবাহন, মোক স্পৰ্শ নকৰিবা।"

"তুমি···তুমি কিয় পৰি গ'লা? কেনেকৈ পৰিলা। তুমি উঠা মহাশ্বেতা।"

"উঠিব মই নোৱাৰো। উঠাৰ শক্তি মোৰ নিঃশেষ হৈ গৈছে বীৰ্য্যবাহন।"

"কি, কি কৈছা তুমি? তোমাৰ শক্তি নিঃশেষ? কিয় তুমি পৰি গ'লা?"

"মহাকাল! মহাকালে মোৰ শক্তি নিঃশেষ কৰিলে বীৰ্য্যবাহন। ক্ষন্তেক পিছতেই মই শেষ হৈ যাম।" মৃত্যুমুখী মানুহৰ ক্ষীণ কণ্ঠেৰে মহাশ্বেতাই ক'বলৈ ধৰিলে। তেওঁৰ মাতবোৰ কঁপা কঁপা।

বিজয়ৰ চকুৰ আগত তেতিয়া মহাপ্ৰলয়ৰ সূচনা হৈছে। মহাশ্বেতাৰ কথা শুনিও তেওঁ নুশুনিলে; বিশ্বাস কৰিব নোৱাৰিলে।

"কিন্তু—তোমাৰ আয়ুস যে অন্তহীন। মহাকালে তোমাক কেনেকৈ নিঃশেষ কৰিব পাৰে মহাশ্বেতা?"

দুৰ্ব্বল কণ্ঠেৰে মহাশ্বেতাই ক'বলৈ ধৰিলে—"পাৰে বীৰ্য্যবাহন, মহাকালে পাৰে। মোৰ অহঙ্কাৰ, মোৰ গৰ্ব্ব। তাৰ কাৰণেই আজি মহাকালৰ ওচৰত মোৰ পৰাজয়। এয়া মহাকালৰ শাস্তি।"

মহাশ্বেতাৰ কণ্ঠস্বৰ লাহে লাহে অধিক দুৰ্ব্বল হৈ পৰিল। চকুৰ পলকতেই এডাল ছুডাল কৈ মূৰৰ চুলিবোৰো বগা হৈ আহিবলৈ ধৰিলে।

"বীৰ্য্যবাহন, এই মহাশক্তিধাৰী অগ্নিৰ আশীৰ্ব্বাদ লাভ কৰাৰ পিচত মই সকলো শক্তিৰ অধিকাৰিণী হৈছিলো। পৃথিৱীৰ সকলো জ্ঞান লাভ কৰিছিলো বুলি ভাবিছিলো।···কিন্তু এটা কথা মই জানিও জনা নাছিলো—জানিও পাহৰি গৈছিলো। পাহৰি গৈছিলো মোৰ ৰূপ-যৌৱনৰ অহঙ্কাৰ আৰু গৰ্ব্বৰ কাৰণে। বিস্মৃতিয়ে মোক অন্ধ কৰিছিল। সেই অন্ধতাই আজি মোক ধ্বংস কৰিলে।"

"তোমাৰ অজ্ঞতা ? মই যে একো বুজা নাই মহাশ্বেতা।"

সেহাই সেহাই, মহাশ্বেতাই কবলৈ ধৰিলে—

"হেজাৰ বছৰৰ আগতে যেতিয়া অগ্নিত প্ৰৱেশ কৰিছিলো, তেতিয়াই ভালদৰে জানিছিলো দ্বিতীয়বাৰ এই অনিৰ্ব্বাণ শিখাৰ মাজত প্ৰৱেশ কৰি পুনৰ একোটা অগ্নি পথেদি উভতি আহিলে মোৰ সকলো অলৌকিক শক্তি শেষ হৈ যাব। তেতিয়াই মই জানিছিলো, দ্বিতীয় অগ্নি-স্নানত জীৱন আৰু যৌৱন জহি পমি যাব আৰু এই ভূ-মণ্ডলৰ পৰা মই সাময়িকভাৱে হ'লেও আঁতৰি যাব লাগিব। এই জ্ঞান মই পাহৰি পেলাইছিলো। অহঙ্কাৰে মোৰ বিস্মৃতি ঘটুৱালে বীৰ্য্যবাহন। এয়া মোৰ অন্তিম সময়।"

ক্ষয়িষ্ণু কণ্ঠস্বৰেৰে কওঁতে কওঁতে অসীম সৌন্দৰ্য্যশালিনী মহাশ্বেতাৰ শৰীৰবো ক্ৰমান্বয়ে দ্ৰুত পৰিবৰ্ত্তন সাধন হ'বলৈ ধৰিলে। কপাল আৰু চকুৰ বলিৰেখা স্পষ্ট হৈ পৰিল। চাওঁতে চাওঁতে মহাশ্বেতা এজনী আলৰ বুঢ়ীত পৰিণত হ'ল।

এয়া আছিল হৃদয়বিদাৰক দৃশ্য। বিজয়ে কান্দি উঠিল।

"মহাশ্বেতা, ই যে মোৰ কাৰণে একেবাৰে অসহনীয়। ইয়াতকৈ মোৰ মৃত্যুও বহুগুণে শ্ৰেয় আছিল।"

"তুমি মোৰ স্বামী বীৰ্য্যবাহন। তুমি অধৈৰ্য্য হৈ পৰিলে শোভা নেপায়।... আৰু তোমাৰ মৃত্যু হ'লে আকৌ ঘূৰি আহি কেনেকৈ তোমাক লগ পাম ?"

"কি কৈছা তুমি ?"—চৰম হতাশা আৰু দুখৰ মাজতো বিজয়ে আশাৰে সুধিলে।

"তুমি হতাশ হৈ নপৰিবা বীৰ্য্যবাহন। মই আকৌ ঘূৰি আহিম।"

"আকৌ তুমি ঘূৰি আহিবা ? কেতিয়া ?"

"এটা যুগৰ পিচত। আজিৰ পৰা ঠিক এটা যুগৰ পিচত ভাৰতভূমিৰ উত্তৰ-পূৰ দিশত এটা ডাঙৰ ভূ-কম্পন হ'ব আৰু তাৰ পিচতেই উত্তৰ-পূৰ আকাশত একে লেঠাৰিয়ে কেবাদিনো এটা ডাঙৰ আৰু উজ্জ্বল

জ্যোতিষ্কৰ আবিৰ্ভাৱ ঘটিব। সেই জ্যোতিষ্কই মই আকৌ ঘূৰি অহাৰ ইঙ্গিত দিব। সেই দিশ অনুসৰণ কৰি তুমি মোক বিচাৰি যাবা, মোক পাবা। আজিৰ পৰা এটা যুগৰ পিচত—"

বিজয় নিৰ্ব্বাক আৰু নিস্পন্দ হৈ পৰিছিল।

'মই আহিলো বীৰ্য্যবাহন—মোৰ স্বামী।…মোক বিদায় দিয়া—বিদায় স্বামী।… "

কওঁতে কওঁতে মহাশ্বেতাৰ মূৰটো মাটিত ঢলি পৰিল। চকুৰ নিমিষতে সেই শৰীৰ আৰু অঙ্গ-প্ৰত্যঙ্গই এটা কুৎসিত আকাৰ ধাৰণ কৰিলে। কেইটামান মুহূৰ্ত্তৰ ভিতৰত কুৎসিত আকৃতিও কঁপি কঁপি মাটিৰ লগত মিহলি হৈ নাইকিয়া হৈ গ'ল।

অত্যাশ্চৰ্য্য ঘটনাৰ এই শোকাবহ পৰিণতিৰ সাক্ষী স্বৰূপে নিৰ্ব্বিকাৰ আৰু বিৰামহীন ভাৱে জ্বলি থকা অগ্নিৰ সহস্ৰ শিখালৈ চাই চাই বিজয় যেন এটা জড় পদাৰ্থত পৰিণত হ'ল। তেওঁ যেন সম্পূৰ্ণ বোবা হৈ পৰিল।

প্ৰায় লগে লগেই পাহাৰৰ ওপৰৰ পৰা মহাশ্বেতাৰ বাঘটো বিশ্বাশৰূপে নামি আহিল; লেলিহান অগ্নি শিখাৰ ওচৰত থিয় হ'ল আৰু মহাশ্বেতা বিলীন হৈ যোৱা মাটিৰ ওচৰলৈ আহি গুজৰি-গুমৰি চিঞৰিবলৈ ধৰিলে। সেই গোজৰণিয়ে নিস্তব্ধ, শান্ত আৰু শ্যামল উপত্যকা কঁপাই তুলিলে আৰু শেষত তাৰ প্ৰতিধ্বনি শূন্যত বিলীন হৈ গ'ল।

